# উপস্থিত অঙ্গনা

আলোক শর্মা



সাহিত্য-প্ৰকাশ
গুৱাহাটী - ৩

UPEKHITA ANGANA: a social novel written by Sri Alok Sarma and published by Sahitya-Prakash, Tribune buildings, Gauhati-781003. Price Rs. 6 50 (Rupees Six & Paise fifty only)

---

প্ৰকাশক :
সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ
গুৱাহাটী—৭৮১০০৩



প্ৰথম প্ৰকাশ :
জানুৱাৰী, ১৯৭৭ চন



মূল্য : ৬·৫০ (ছয় টকা পঞ্চাশ পইচা)



মুদ্ৰক :
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী—৭৮১০০৩

# আমাৰ এষাৰ

নতুন লিখকৰ উচ্চপৰ্য্যায়ৰ সৃষ্টিক পোহৰলৈ আনি নতুন লিখকক উদগনি উদিয়াৰ আশা লৈ ১৯৭৩ চনত সাহিত্য-প্ৰকাশে প্ৰথম উপন্যাস প্ৰতিযোগিতা পাতি তিনিখন উপন্যাস পৰস্কৃত কৰে। তাৰ উপৰি আমাৰ সীমিত পাঠকৰ পৰিসংখ্যা বঢ়োৱাত আমাৰ এই নতুন প্ৰচেষ্টা কিছু সহায়ক হব বুলি কৰা আশা আংশিকভাৱে ফলদায়ক হৈছে বুলি আমাৰ ধাৰণা।

প্ৰথম উপন্যাস প্ৰতিযোগিতাত পুৰস্কৃত 'সাঁচিপাতৰ পুথি', 'অংছুন' আৰু 'উড্ডীন উত্তৰীয়'ই পঢ়ুৱৈ ৰাইজৰপৰা যথেষ্ট সমাদৰ লাভ কৰিছে—যিটো অসমীয়া উপন্যাস সাহিত্যৰ বাবে শুভ লক্ষণ। প্ৰায় এবছৰৰ ভিতৰতেই তিনিওখনৰেই প্ৰথম সংস্কৰণ শেষ হোৱাটো অসমীয়া উপন্যাস সাহিত্যত (নতুন লিখকৰ উপন্যাস হোৱা সত্ত্বেও) এটা নতুন অভিলেখ।

প্ৰথম উপন্যাস প্ৰতিযোগিতাৰ দৰে দ্বিতীয় উপন্যাস প্ৰতিযোগিতাতো প্ৰায় ১০০ জন ন লিখকৰ পাণ্ডুলিপি পোৱা হৈছিল। সেই উপন্যাসবোৰৰ পৰা উপন্যাস বাছনি কমিটীয়ে তিনিখন উপন্যাস বাছি উলিয়ায়। প্ৰথম স্থান লাভ কৰে—চামতাৰ ডাঃ ভগৱান শৰ্মাৰ 'মেৰঘৰ'এ। দ্বিতীয় স্থান লাভ কৰে টিহুৰ শ্ৰীঅচ্যুত কুমাৰ শৰ্মাৰ 'ছিন্নমূল'এ আৰু তৃতীয় স্থান অধিকাৰ কৰে চেকীয়াজুলিৰ শ্ৰীআলোক শৰ্মাৰ 'উপেক্ষিতা অঙ্গনা'ই।

প্ৰথম উপন্যাস প্ৰতিযোগিতাত পুৰস্কৃত উপন্যাস কেইখনৰ দৰেই এই উপন্যাস তিনিখনেও পাঠকৰ সঁহাৰি পালে আমাৰ প্ৰচেষ্টাই সাৰ্থকতা লভিব।

সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ
গুৱাহাটী-৭৮১০০৩

চহৰখন যেন শ্মশানত পৰিণত হৈছিল। দিনৰ কোলাহল নোহোৱা হৈছিল। দিনটোৰ ক্লান্তি, অৱসন্নতা আঁতৰাই দিবৰ বাবে চহৰখনৰ মানুহবোৰে শুই পৰিছিল। বেদব্ৰতো শুই পৰিছিল। ব্যস্ত চহৰখনৰ বুকুত নীৰৱতাই ৰাজত্ব কৰিবলৈ সুবিধা পাইছিল। ইমান নীৰৱতা বেদব্ৰতৰ ভাল নেলাগিল। নিশাৰ এই নীৰৱতাক চাই দিনত চহৰখন যে ইমান ব্যস্ত হৈ পৰিব পাৰে, ভাবিলে আচৰিত লাগে। বহু সময়ৰ ব্যৱধানত মাজে মাজে দুই এখন মাল কঢ়িওৱা ট্ৰাক অহা যোৱা কৰি আছে। ৰাস্তাৰ দাঁতিত জ্বলি থকা বিজুলী লাইটবোৰে নীৰৱতাৰ সাক্ষী হৈ ৰৈ আছে। থানাখনৰ বাৰাণ্ডাত পহৰাৰত চন্তৰীটোৱে ঘনে ঘনে হাতৰ ঘড়ীটো চাই তাৰ সময়ৰ শিকলিডাল জুখি আছে। তাৰ বাহিৰে চাৰিওফালে নিমাত নিজম। নিশাৰ এই গহীনতাক অচিন চৰাইৰ ভাঁহি অহা বেসুৰা সুৰে আৰু গহীন কৰি তুলিছে। তথাপি বেদব্ৰত চলিহাৰ শুই থাকিবৰ ইচ্ছা নহ'ল। তেওঁৰ টোপনি মুঠেই অহা নাই। বাহিৰৰপৰা ফুৰি আহিলে হয়তো ভাল লাগিব পাৰে বুলি ভাবি বিচনাৰপৰা নামি পৰিল। লাইটটো জ্বলাই লৈ ধুতিখনৰ ওপৰতে পাঞ্জাবী চোলাটো আৰু ভৰিত চেণ্ডেলযোৰ সুমুৱাই লৈ, দুৱাৰখন খুলি বাহিৰৰ বাৰাণ্ডাত থিয় দিলেহি। লগে লগে কিবা এটি ফুলৰ তীব্ৰ সুবাস তেওঁৰ নাকে-মুখে লাগিলহি। হয়তো হাচনাহানা। চলিহা নিশ্চিত হ'ল যে, ওচৰতে হাচনাহানা ফুল এজুপি আছে। দিনৰ ভাগত সেইবোৰ চাবলৈ তেওঁৰ সময়েই নহ'ল। বাহিৰলৈ ফুৰিব যাব নে নেযায়, সেই কথাকে ভাবি কিছুসময় বাহিৰতে থিয় দি থাকিল। এটা সময়ত ফুৰিবলৈ নোযোৱাটোকে থিৰাং কৰিলে। কাৰণ এইখন চহৰত তেওঁ এতিয়া নতুন। অচিনাকি মানুহ মাজনিশা ফুৰা দেখিলে কোনোবাই কিবা সন্দেহ কৰিবও পাৰে। আন নহ'লেও পহৰাৰ পুলিচজনে মিছা ভয় দেখুৱাই কাইলৈ দিনৰ বজাৰ

খবৰটো উলিয়াবলৈ চেষ্টা কৰিব। আগৰ পইকীয়া ইন্‌স্‌পেক্টৰ থকা হ'লে বেদব্ৰত চলিহাই ভয় নকৰিলেহেঁতেন। কিন্তু এতিয়া বোধহয় তেবোঁ নাই। তাহানিৰ অমিয়পুৰ এতিয়া বেলেগ হ'ল। হোটেল, ৰেষ্টোৰা, চিনেমাহল, ঘৰ-দুৱাৰ, মানুহ সকলোৰে এটি পৰিবৰ্তন হ'ল—যি পৰিবৰ্তনে নগৰখনক ব্যস্ত কৰি তুলিছে। এবাৰ বৈ কিবা এটি চাই যাবলৈ কাৰো আহৰি নাই। তেওঁৰ তাহানিৰ বন্ধুসকলৰো পৰিবৰ্তন হৈছে। দেহ-মনৰ পৰিবৰ্তন। সন্ধিয়া তেওঁৰ চিনাকী কাৰোবাৰ ওচৰেদি অহা-যোৱা কৰিছে যদিও চিনি নেপালে হয়তো। কাইলৈ দিনত ভালকৈ সকলো চাই লোৱাৰ আশাৰে কোঠাটোৰ ভিতৰলৈ পুনৰ সোমাই প'ল। দুৱাৰখন বন্ধ কৰি লাইটো নুমাই দিলে। তাৰ পিছত তেওঁ শুই পৰিল টোপনি যোৱাৰ চেষ্টাৰে।

সুদীৰ্ঘ পঁচিশ বছৰৰ মূৰত বেদব্ৰত চলিহা আকৌ আহিছে এইখন অমিয়পুৰলৈ।

অমিয়পুৰ।

তাহানি একো নাছিল। দুই তিনিখন গেলামালৰ দোকান। এখন যাৰোৱাৰী ভাত-চাহৰ হোটেল, এখন বঙালী মহাজনৰ হোটেল। দুখন ফাৰ্মেচী। মটৰ ষ্টেচন এটা। বিষয় কলিতাৰ ধান বনা কল এটা আৰু এটা চিনেমা হল। এইখিনিৰে নগৰখন পৰিপূৰ্ণ আছিল।

প্ৰতি দেওবাৰে অমিয়পুৰ কেন্দ্ৰত এখন হাট বহিছিল। এই হাটলৈ আহিছিল অমিয়পুৰ সক নগৰখনিক কেন্দ্ৰ কৰি তাৰ চাৰিওকালে গঢ়ি উঠা চাহ-বাগানৰ বুধু, লচমী, বাতিয়া, চৰ্‌চতীহঁত। দেওবাৰে বাগান ছুটী। সেয়ে আগদিনাখন শনিবাৰে সাপ্তাহিক মজুৰি লৈ দেওবাৰে সিহঁত হাতলৈ আহে বাগানৰপৰা। ওচৰৰ গাওঁবোৰৰপৰা বেপাৰীসকল আহে। অমিয়পুৰ সেইদিনা জনপূৰ্ণ হৈ পৰে। দিনটো অমিয়পুৰৰ বুকুত উঠে মানুহৰ, যান-বাহনৰ মুক্ত কোলাহল। সন্ধিয়া পুনৰ উভতি আহে নীৰৱতা।

এইখন অমিয়পুৰ আগেয়ে টাউন বুলিবলৈ বিশেষ একো নাছিল। এটা চেষ্টাৰ। তিনিআলিতে লগালগিকৈ দোকান, হোটেল ইত্যাদি। কিন্তু

এতিয়া সম্পূৰ্ণ বেলেগ হ'ল অমিয়পুৰ। পঁচিশ বছৰৰ পিছত অমিয়পুৰক সম্পূৰ্ণ বেলেগ ৰূপত দেখিলে বেদব্ৰতে। এখন নগৰৰ আৱৰণৰ তলত নিজকে সজাই ৰখা ৰূপত অমিয়পুৰক দেখিলেহি বেদব্ৰতে।

বেদব্ৰত চলিহাই তেওঁৰ জীৱনৰ পাঁচোটা বছৰ ইয়াতে কটাইছিল। ককায়েক-নবৌয়েকৰ ব্যৱহাৰত অতিষ্ঠ হৈ এদিন কাজিয়া কৰি ঘৰৰ পৰা বাহিৰ হৈছিল। তেওঁ আহি নিজৰ বুলিবলৈ কোনো নথকা মোমায়েকৰ ঘৰত আশ্ৰয় লৈছিল ঘৰলৈ পুনৰ উভতি নোযোৱাৰ দৃঢ় প্ৰতিজ্ঞাৰে। মোমায়েকে আশ্ৰয় দিলে, তেওঁৰ শেষ সন্ধিক্ষণত একমাত্ৰ সহায় হ'ব বেদব্ৰত। বেদব্ৰতে মোমায়েকৰ স্ত্ৰী, পুত্ৰ, কন্যা হেৰুওৱা শোকৰ বহ্নি নুমুৱাবলৈ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। বেদব্ৰত অহাৰ এবছৰৰ পিছত কৰ্কট ৰোগত আক্ৰান্ত হৈ মোমায়েকে বিদায় ললে। মোমায়েকে মৃত্যুৰ ইংগিত হয়তো পাইছিল। সেয়ে জিলাৰপৰা হাকিম, উকীল মতাই আনি সকলো সম্পত্তি উইল কৰি দিছিল বেদব্ৰত চলিহাৰ নামত। মোমায়েকৰ মৃত্যুত অন্তৰত চৰম আঘাত পালে বেদব্ৰতে। সকলো দুখ-শোক পাহৰি যাবলৈ চেষ্টা কৰিলে বেদব্ৰতে। মিলি পৰিল অমিয়পুৰৰ সমাজখনৰ লগত। যোগ দিলে বিভিন্ন অনুষ্ঠানত।

অতি কমদিনৰ ভিতৰতে অমিয়পুৰ তেওঁৰ অতি আপোন হৈ পৰিছিল। সেয়ে ইয়াৰ মোহ চলিহাৰ অন্তৰত গভীৰভাৱে লাগি আছে আজিও। সেয়ে তেওঁ আকৌ আহিছে। সেই কালছোৱাত তেওঁ কি যে নকৰিছিল। কিমানক যে লগ নাপাইছিল। অমিয়পুৰ নহয়, যেন মায়াপুৰী। তাহানিৰ তেওঁৰ বন্ধুবোৰক বাৰ্দ্ধক্যই তেওঁৰ দৰেই হয়তো আমনি কৰিছে। তেওঁৰ সন্দেহ হ'ল সেইসকল ইয়াতে আছেনে ক'ৰবালৈ গুচি গৈছে? কাৰোবাৰ হয়তো মৃত্যুও হ'ব পাৰে। কোনোবা-জন হয়তো বেছি সুখতহে আছে।

জীৱনৰ বাৰ্দ্ধক্যৰ হেঁচা লৈ অন্তৰৰ গুপুত বেদনাৰ গভীৰ বোজা এটি লৈ চলিহা ইয়ালৈ আহিছে। তেওঁ অহাৰ উদ্দেশ্য আছে। এটি নিৰ্দিষ্ট লক্ষ্য আছে। তেওঁ কিয় আহিছে সেই কথা এতিয়ালৈ কাৰো আগত প্ৰকাশ কৰিবলগা হোৱা নাই। কোনেও নাজানে তেওঁ ইয়ালৈ

অহাৰ উদ্দেশ্য। কিন্তু কাইলৈ ৰাতিপুৱাই, প্ৰথমে জানিব ৰতন লহকৰে। তাৰ পিছত পাপিয়াই, তাৰ পিছত নাৰ্জীয়ে, তাৰ পিছত আৰু বহুতেই জানিব।

ইমান সময়ে বেদব্ৰতে হাইস্কুলখনৰ কথা পাহৰিয়েই আছিল। বিৰাট অঞ্চলটোৰ একমাত্ৰ হাইস্কুল। ল'ৰা-ছোৱালীৰ সংখ্যা তাকৰ স্কুলখনত। বেদব্ৰতে গুৱাহাটীত এবছৰ পঢ়ি, কলিকতাত বি. এ. পৰীক্ষা দি ঘৰতে আছিল। বি. এ. পাছ কৰি ঘৰত এনেয়ে বহি থকা অৱস্থাতেই ককায়েকৰ লগত কাজিয়া হৈছিল। মোমায়েকৰ ঘৰত থকা অৱস্থাতেই তেওঁ তিনিমাহ কাল অমিয়পুৰ হাইস্কুলত শিক্ষকতা কৰিছিল। লগতে আন চাকৰিৰ বাবে চেষ্টা কৰি আছিল। অমিয়পুৰ চাহ বাগানৰ গাতে লগা ৰূপাই চাহ বাগানৰ বৰ কেৰাণী শ্ৰীৰতন লহকৰক বেদব্ৰতে অমিয়াপুৰ এৰি গুছি যোৱাৰ সময়ত মোমায়েকে 'উইল' কৰি দি থৈ যোৱা ঘৰ-বাৰী সকলো ভাৰাত দি থৈ গৈছিল। বাগানত ল'ৰা-ছোৱালীৰ পঢ়া-শুনাত সুবিধা নথকা হেতু লহকৰেও ঘৰটো সস্তাতে ভাৰা লৈছিল। লহকৰৰ গোটেই পৰিয়াল এই ঘৰটোতে থাকে। এতিয়াও আছে। লহকৰ বাগানত নাথাকে। অমিয়পুৰৰপৰা অহা-যোৱা কৰে। পুৰণি মডেলৰ 'হেৰল্ড' গাড়ীখনে তেতিয়াৰেপৰা লহকৰক অনা নিয়া কৰিয়েই আছে। বাগানত অসমীয়া মানুহে চাকৰি পোৱাটো সেইসময়ত ভাগ্যৰ কথা আছিল। কিন্তু লহকৰে পাইছিল। লহকৰৰ ঘৈণীয়েক আছিল বঙালী। ঘৈণীয়েকৰ ককায়েকে লাগি-ভাগি লহকৰক ৰূপাই চাহ বাগিচাৰ বৰ কেৰাণী পদটো লৈ দিছিল। ৰতন লহকৰে ল'ৰা-ছোৱালী পঢ়াবৰ বাবে, টাউনতে ৰাখিবলৈ ঘৰ এটি বিচাৰি আছিল। শেষত পাইছিল বেদব্ৰতৰ দুমহলীয়া ঘৰটো। ওপৰ মহলাত লহকৰৰ পৰিয়াল আছে। তলৰ মহলাৰ দুটা কোঠা বেদব্ৰত কেতিয়াবা আহিলে লাগিব বুলি ৰাখিছে। বাকী-কেইটা কোঠাও তেওঁলোকেই ব্যৱহাৰ কৰি আছে। মানুহজন ভাল। বিনয়ী, মৰমিয়াল। বেদব্ৰতৰ থকা-খোৱাৰ সকলো ব্যৱস্থা কৰি দিছে আজি আহি পোৱাৰ লগে লগে। ল'ৰা-ছোৱালী ঘৰত থকা কেইটাক

ওচৰলৈ মাতি আনি চিনাকী কৰি দিছে। দুজন ল'ৰা বাহিৰত থাকে। এজনে চাকৰি কৰে, সৰুজনে ডাক্তৰী পঢ়ি আছে।

এইজন ৰতন লহকৰক তেওঁ অহাৰ উদ্দেশ্যটো কৈ দিব। পদে পদে তেওঁ জানো ভুলকে কৰি আহিছে? নাই, তেওঁৰ ভুল হব নোৱাৰে। তেওঁ ইয়ালৈ অহাৰ উদ্দেশ্য সাৰ্থক হ'লেই আকৌ উভতি যাব। যোৱাৰ আগতে তেওঁ এবাৰ গোটেই চহৰখন আকৌ এবাৰ চাই লব। কিন্তু বাৰ্দ্ধক্যৰ বিত চকুৰে নহয়; পচিশ বছৰ আগৰ চাব্বিশ বছৰ বয়সৰ যৌৱনৰ উজ্জ্বল, ৰঙীণ দৃষ্টিৰে তেওঁ চাব। নগৰখনৰ বিৰাট পৰিবৰ্তন হ'লেও চলিহাৰ যৌৱনৰ উত্তাল তৰঙ্গৰ প্ৰাচীন সাক্ষী এতিয়াও বহুত আছে। মাথোন পৃথিৱীৰ বুকুৰপৰা নিশাৰ এই গভীৰ নিৰ্জনতা, ডাঠ এন্ধাৰখিনি আঁতৰি এটি নতুন দিনৰ জন্ম হ'লেই তেওঁ সকাহ পায়। বহু দূৰৈৰপৰা অহা বাবে, আবেলি তেওঁ ক্লান্ত অনুভৱ কৰিছিল। অথচ এতিয়া তেওঁৰ চকুত টোপনি নাই। ক্লান্ত-শ্ৰান্ত বেদব্ৰত চলিহাৰ এতিয়া কি হ'ল? কামনাৰ জুয়ে অন্তৰ পুৰি ক'লা কৰি দিয়া এজন সুঠাম ডেকা ল'ৰাৰ দৰেই সম্পূৰ্ণ নিশা এটি উজাগৰে কটাই দিব পাৰে?

বহুতো খেলি-মেলি ভাবৰ বুৰবুৰণিয়ে তেওঁৰ অন্তৰত দোলাদি যাব ধৰিলে এটিৰ পিছত এটিকৈ।

যাবলগীয়া ঠাই তেওঁৰ বহুত আছে। কিন্তু যাব ক'লৈ? একেধাৰে গীতিকাৰ, নাট্যকাৰ, অভিনেতা, খেলুৱৈ বেদব্ৰত চলিহাৰ অচিনাকী কোনো নাই। তেৱেঁই কোকিল-কণ্ঠী পাপিয়াক আৱিষ্কাৰ কৰিছিল। তাহানিৰ পখিলাৰ দৰে ৰঙতে দেও দি ফুৰা পাপিয়াজনী এতিয়ামানে কাৰোবাৰ ঘৰত চাগৈ····।

পাপিয়াৰ কথা মনলৈ অহাত তেওঁ দুখ পালে অন্তৰত। পাপিয়াৰ কথা এৰি এইখন নগৰৰে সেই সময়ৰ অভিনেতা, শিল্পী, খেলুৱৈসকলৰ কথা ভাবিলে। ভাবিলে, হীৰেণ গোহাঁই, মহেন্দ্ৰ গগৈ, জবেদ, ত্ৰিবেণী, জগত, বাসৱ, মাখন, দ্বিজেনৰ কথা। নাৰ্জী, মইনা, পুতুলী, কাশ্মীৰী, জুৰিচি, টুনী বাইদেউ, সুশীলা খুৰীদেউৰ কথা। আৰু বহুতৰে কথা।

ইয়াৰ সকলো তেওঁৰ আপোন। পাৰোক্ষভাৱে চলিহাই জানিছিল যে, তেওঁৰ কুৎসা ৰতনা কৰি ফুৰা দল এটি তেওঁৰ পিছত আছিল, তথাপি তেওঁক সেইবিলাকে একো কৰিব নোৱাৰিলে। সিহঁতৰ জ্ঞানৰ দৌৰ কিমান, সেই কথা প্ৰমাণ কৰি সত্যাসত্য উলিয়াবলৈ তেওঁৰ বেছি দিন নালাগিল। কিবা এটি নতুন অনুষ্ঠান গঢ়াৰ কথা চিন্তা কৰিবলৈ, ভাল কাম এটি কৰিবলৈ সেইসকলৰ সৎসাহস নাছিল। অথচ কোনোবাই কৰিলেও ভিতৰি ভিতৰি পুৰি মৰিছিল। সৰু কেন্দ্ৰটোৰ তিনি আলিটোৰ সিহঁত আছিল একচ্ছত্ৰী সম্ৰাট। পৰচৰ্চা আছিল সিহঁতৰ আলোচ্য বিষয়। মুখত সস্তীয়া চিগাৰেট লৈ দীঘল বক্তৃতা দিছিল। সৰু কেন্দ্ৰটোৰ চাৰি সীমাটোকে কোনো দিনে পাৰ নোহোৱা সিহঁতে চলিহাক ডাঙৰ নগৰ, ডাঙৰ চহৰৰ অভিনয়, খেলা আদি সম্পৰ্কে কিছু কথা শুনাইছিল। সিহঁতৰ মনৰ বিকাৰ কোনখিনিত চলিহাই বুজিছিল-প্ৰত্যেকটো বিষয়ৰে জ্ঞান থকা চলিহাই সেইবোৰত হাত দিয়াত সিহঁতৰ ক্ষোভ প্ৰকাশ পাইছিল সিহঁতৰ মুখেদি। চলিহাই সিহঁতক মূল্য দিয়া নাছিল। তেওঁ ভাবিছিল 'এই সীমাহীন আকাশ, কল্পনাতীত জগতৰ অযুত সাঁথৰে ঘৰচিৰিকা পোৱালিৰ মনলৈ হৰ্ষবিষাদ একো আনিব নোৱাৰে। সিহঁত সেই নিৰ্দিষ্ট বিন্দুত একোজন সম্ৰাট হৈ ৰহি থাকে। এন্ধাৰ নিশা জোনাকী পৰুৱাৰ পোহৰখিনিকে সাৰথি লোৱা পথিক, সাগৰৰ উত্তাল তৰঙ্গত লীন হব খোজা কোনো নাবিকে কাঠটুকুৰাকে সাৰথি লৈ আৰু মুমূৰ্ষু আত্মাই এচামুচ পানীতেই প্ৰাসাদ লভা আৰু এই দলটো একেই। জ্ঞানৰ দুৱাৰদলিত থিয় দিওঁতেই সিহঁত হব খোজে চেক্সপীয়েৰ, শঙ্কৰদেৱ, মাধৱদেৱ, মহাত্মা গান্ধী। সিহঁতৰ অহঙ্কাৰত জ্ঞানৰ শলিতা নুমাই যায়। আশ্ৰয় লয় তিনি আলিত, পাণদোকান, চাহৰ হোটেলত।'

সিহঁত যিয়েই নহওক, তথাপি, সিহঁত তেওঁৰ আপোন। পাৰিলে সিহঁতকো দেখা কৰিব চলিহাই।

লাইটৰ চুইচ্‌টো টিপি কোঠাটো পোহৰাই হাতঘড়ীটো টেবুলৰ পৰা লৈ চালে। আৰু অলপ সময় বাকী। পৃথিৱী পোহৰ হব।

এটি নতুন দিনৰ জন্ম হব। পুব আকাশত উদিত হব ৰক্তাক্ত সূৰ্য্য।

সেই নতুন দিনটিয়ে চলিহাক স্বাগতম্ জনাবলৈ উদ্বাউল হৈ পৰিব। এদিন যেনেকৈ পাপিয়া নামৰ এজনী ছোৱালী উদ্বাউল হৈ উঠিছিল। চলিহাৰ বাবেও কাইলৈ দিনটো হব জীৱনৰ এটি নতুন দিন। যিটো দিনত তেওঁ পাপিয়াক বহুদিন বহুবছৰ পিছত দেখা কৰিব। পুৰণি বন্ধুসকলক দেখা কৰিব। অতীতৰ কথা কৈ কান্দিব, হাঁহিব, দুখ কৰিব। পাপিয়ায়ো হয়তো কান্দিব। হয়তো দুখত নাইবা এক স্বৰ্গীয় আনন্দত। সকলোৱে নিশ্চয় চলিহাৰ নিচিনাকৈ বয়সৰ আৱৰণ সলাই নতুন হৈ পৰিছে। পাপিয়াইয়ো হয়তো বেলেগ ৰূপ লৈছে।

কিন্তু তেওঁ প্ৰথমে যাব ক'লৈ? পাপিয়াৰ ঘৰলৈকে প্ৰথমে যাব। নাৰ্জী মৌচুম চৌধুৰীৰ ঘৰলৈ পিছত যাব।

এইবোৰ ভাবি থাকোঁতেই আকাশ পোহৰ হ'ল। ঘৰৰ বাহিৰত চৰাইজাকে ৰাতিপুৱাৰ গীত গালে। ফাগুনৰ গীত।

ৰাস্তাত যান-বাহনৰ চলাচল আৰম্ভ হ'ল। জনতাৰ কোলাহল বাঢ়িল। ব্যস্ত নগৰীত সকলো ব্যস্ত হৈ পৰিল। প্ৰচণ্ড উত্তাপেৰে বেলিটোও উঠি আহিব ধৰিছে ফাগুনৰ ৰাতিপুৱাৰ শীতলতাখিনিক পৰাজয় কৰাৰ মানসেৰে। 'অপৰাজেয় উত্তপ্ত সূৰ্য্য' নামটো অক্ষুণ্ণ ৰখাৰ প্ৰয়াসেৰে।

শুই উঠি বেদব্ৰত চলিহাই মুখ-হাত ধুই, গাটোও ধুই ললে। লহকৰৰ ৰান্ধনি ল'ৰাটোৱে চাহ জলপান দি যোৱাত তেওঁ খালে। নতুন কাপোৰ এজোৰ বাকচৰপৰা উলিয়াই লৈ পিন্ধিলে। সাজি-কাচি ওলাই ৰতন লহকৰক দেখা কৰিবলৈ গৈ জানিব পাৰিলে লহকৰ কামজাৰিলৈ গ'ল। চলিহাই গধূলি লহকৰৰ লগত কথা

হব বুলি ভাবি ৰাজআলিত নামিল। নতুন পদ সঞ্চালনেৰে, চিনাকী চিনাকী ৰাজ আলিয়েদি তেওঁ আগবাঢ়িল পাপিয়াৰ ঘৰলৈ।

বেদব্ৰত চলিহা কেৱল আগবাঢ়িছে। দৃষ্টি তেওঁৰ সমুখত আৰু ৰাস্তাৰ দুয়ো দাঁতিত। চিন্তাৰ সোঁতত তেওঁ উটি গ'ল।

অমিয়পুৰত দোকান-পোহাৰ বাঢ়িল। জনতা বাঢ়িল। চহৰখন আগতকৈ বেচ দেখনিয়াৰ হৈ উঠিল। সকলো ব্যস্ত। আগৰ কিছুমান দোকান নাই। হয়তো ভাঙৰকৈ বনালে। পাব্লিক বাছৰ 'ছীণ্ডিকেট'টো ইয়াৰপৰা আগলৈ উঠাই নিলে। চৰকাৰী বাছ ষ্টেচনটো আকৌ বহদূৰত পাতিলে। থানাখন দুই এটা নতুন ঘৰে ধুনীয়া কৰি তুলিছে। পুলিচ কৰ্মচাৰীও বেছিকৈ নিযুক্তি দিছে। এইখন হৰিপদ চৌধুৰীৰ দোকান। গাতে লগাখন পাণ্ডেজীৰ পাণ দোকান। মনোহাৰী বস্তু এতিয়া বহুত ৰাখিছে। দোকানখন বেচ ধুনীয়া কৰি তুলিছে। ওচৰতে আকৌ সেইখন কৃষ্ণলাল আগৰ-ৱালাৰ চাহ-ভাতৰ হোটেল। সেইখন ননীপদ সাহাৰ হোমিও ফাৰ্মাচী। চাইনবোৰ্ডখন সলনি কৰা নাই। আগৰখনেই আছে। ৰঙবোৰ উঠি গৈছে। আখৰবোৰ অস্পষ্ট হৈ গৈছে। ননীপদ সাহা তাহানিতেই বুঢ়া আছিল। এতিয়ামানে ঢুকাল চাগে। আকৌ এইখন নতুন দোকান হ'ল। সেইজন ৰমেশ শইকীয়া। একেবাৰে বুঢ়া হৈ গ'ল। চুলিবোৰ তেনেই পকিল।

এইবোৰ ভাবি আগুৱাই গৈ এটা সময়ত চলিহা ৰমেশ শইকীয়াৰ সমুখত উপস্থিত হ'ল। থিয় হৈ ৰ'ল দুয়ো। ৰমেশ শইকীয়াই অবাক দৃষ্টিৰে চাই ৰ'ল চলিহাৰ মুখলৈ। প্ৰথমে চলিহাই চিনাকী দিলে। তাৰ পিছত দুয়োৰো মাজত সুখ-দুখৰ, অতীতৰ কথা আৰম্ভ হ'ল। চলিহাই বহুদিন বিৰতিৰ পিছত ফুৰবলৈ অহা বুলি কলে। আচল কথা লুকুৱালে। এটা সময়ত ৰমেশ শইকীয়াই চলিহাক নিমন্ত্ৰণ কৰি গুছি গ'ল। চলিহা স্থবিৰ দৃষ্টিৰে তাতেই থিয় দি থাকিল কিছু সময়। সেইখিনি সময়ত চলিহাই অঞ্জলী গায়ন, গজেন কটকী, পঞ্চানন শৰ্মা, ভৱ চহৰীয়া, কুশল মিল্লক লগ পালে। এজন

এজনকৈ সকলোৰে লগত কথা হ'ল। অন্তৰত দুখো পালে। তেওঁৰ লগৰে গায়ন, কটকীৰ স্বাস্থ্য এতিয়াও অটুট আছে। চুটি-চাপৰ পঞ্চানন ঠিকাদাৰে মটৰ চাইকেল কিনিলে। মাগুৰ বৰণীয়া, ক্ষীণ চেহেৰাৰ ভৱকান্ত পেটুৱা হ'ল। কুশল মিত্ৰৰ তালুত চুলিৰ সঁচেই নোহোৱা হ'ল। সকলোৰে একোটা বৈশিষ্ট্যই তেওঁৰ দৃষ্টিত ধৰা দিলে। সেইবিলাকৰ ভাল অৱস্থা দেখি তেওঁৰ ঈৰ্ষা হোৱা নাছিল। ইচ্ছা কৰা হ'লে তেওঁ আৰু বহুত কিবা কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁৰ নিজৰ কথা ভাবিবৰ অৱসৰেই নাপালে। এজন এজনকৈ সকলো তেওঁৰ ওচৰৰ পৰা বিদায় লৈ গৈছিল। বহুতেই নিজৰ নিজৰ ঘৰলৈ ঘৰলৈ তেওঁক লগ ধৰিছিল। তেওঁ নগ'ল। পিছত যাব বুলি কৈ থলে। কাৰণ তেওঁ সেইবোৰত ফুৰিলে তেওঁৰ উদ্দেশ্য, তেওঁৰ লক্ষ্যত উপনীত হোৱাত বহুত পলম হৈ যাব। তেওঁৰ উদ্দেশ্য পাপিয়া আৰু নাজী মৌচুম চৌধুৰীক লগ ধৰা। সিহঁতৰ দেহ-মনৰ খবৰ লোৱা। তেওঁ সিহঁতক লগ পাবই লাগিব। পুনৰ তেওঁ খোজ পেলালে পাপিয়াৰ ঘৰলৈ। সিহঁতক বহু বছৰৰ বিৰতিৰ পিছত চোৱাৰ আকুল হেঁপাহেৰে।

ধূসৰ আকাশ। ফাগুনৰ পচোৱাই ধূলি উৰুৱাই গোটেই নগৰখন ধুৰঁলী কুঁৱলী কৰি পেলাইছে। চাৰিওপিনে শুকান। চলিহাৰ অন্তৰতো জীপ নোহোৱা হৈছে। হঠাতে কিবা এটি উৎকট গোন্ধ পাই তেওঁ অলপ বৈ এবাৰ চাৰিওফালে চকু ফুৰালে। একো নেদেখিলে। জেপৰপৰা ৰুমালখনি উলিয়াই, নাকটো ৰুমালখনেৰে ধৰি তেওঁ পুনৰ আগবাঢ়িল।

প্ৰধান আলিৰপৰা পাপিয়াহঁতৰ ঘৰলৈ প্ৰায় তিনি ফাৰ্লং হব। দক্ষিণলৈ সোমাই যাব লাগে। তেওঁ গৈ থাকিল। বিৰাট দীঘল ৰাস্তাটো অজগৰ সাপৰ দৰে পৰি আছে।

ৰাস্তাটোত জন প্ৰাণী এটিও নাই। এইখন আগতে প্ৰকাণ্ড বাঁহ-বাৰী আছিল। দিনতে ঠাইডোখৰ অন্ধাল জয়াল লাগে। এতিয়া ভালেমান মানুহ বহিল। ঘৰো সাজিলে ধুনীয়া ধুনীয়া। ল'ৰা-

ছোৱালী কাৰো হাই-উৰুমি নাই। স্কুল-কলেজত পঢ়ে বোধহয়। মতা মানুহবোৰ হয়তো অফিচলৈ গৈছে। পেন্সন পোৱাসকলে হয়তো ঘৰৰ গৃহিণীয়ে ৰান্ধি দিয়া ভাত মুঠি খাই শুই পৰিছে। বেলি ভালেমান হ'ল। আঁহোতে ইজন সিজনৰ লগত কথা পাতোঁতে, মনৰ খবৰ লওঁতে তেওঁৰ পলমেই হ'ল। হওক পলম। ইমান দিনৰ মূৰত আহিছে, এয়াৰ কথা নেপাতিবনে? কিন্তু পাপিয়াক জানো লগ পাব? তাই জানো ঘৰত আছে? স্কুলত পঢ়ি থকা অৱস্থাতেই লগ পাইছিল সিহঁতক। অৰ্থাৎ পাপিয়া, চন্দনা আৰু সিহঁতৰ বাইদেৱেক বন্দনা আৰু নন্দনা। সুদীৰ্ঘ পঁচিশ বছৰৰ পিছতো সিহঁত জানো একেদৰেই আছে? হয়তো নাই। সিহঁতৰ বিয়া হৈ গৈছে। সিহঁত ক'ৰবালৈ গুছি গৈছে। কাৰোবাৰ ঘৰত সিহঁতে বোৱাৰী খাটিছে। তেন্তে কিহৰ বাবে, কাৰ বাবে ইমান ব্যাকুল হৈ লৰি আহিল? আন যিয়েই হওক, পাপিয়াৰ বিয়া হৈ গলে, তাই সুখেৰে থাকিলে চলিহাই শান্তি পাব।——এইজনী আকৌ ক'ৰ ছোৱালী? স্কুলৰপৰা উভতিছে। লগত কোনো নাই। অকলশৰে এই দুপৰীয়াখন কিয় আহিল বাৰু?

তেওঁ আহি তিনিআলি এটি পোৱাত, তেওঁৰ ভাবনাত যতি পৰিল। বৈ চালে কেউফালে।

এইখিনিতেই পদ্মশঙ্কৰ বৰুৱাৰ ঘৰ। ইয়াত আগেয়ে ইমান ঘৰ নাছিল। এতিয়া বহুত হ'ল। সন্মুখত এই দালানটো একেবাৰে নতুন হৈ আছে। ইয়াৰ পিছৰটোৱেই পদ্মশঙ্কৰ বৰুৱাৰ ঘৰ।

বেদব্ৰত চলিহা প্ৰধান আলিটোৰপৰা নামি পদ্মশঙ্কৰ বৰুৱাৰ ঘৰৰ বাহিৰৰ গেটখন খুলিবলৈ হাত এখন আগবঢ়াই দি কিবা এটি চাই ৰ'ল। বৰুৱাৰ ঘৰ দুৱাৰো নতুন হ'ল। দুমহলীয়া হ'ল। ইত্যাদি কথা ভাবি গেটখন খুলি লাহেকৈ সোমাই গ'ল বৰুৱাৰ ঘৰৰ চৌহদলৈ। ঘৰখন নিমাওমাও। কোনো নাই বুলি অনুমান কৰিলে চলিহাই। তথাপি সঠিক হোৱাৰ আশাৰে সোঁহাতখন আগবঢ়াই দি কলিং বেলটোৰ বুটামত হেঁচা দিলে। ক্ষন্তেক সময়

কাবোবাৰ প্ৰতীক্ষাত থিয় দি থাকিল। বাহিৰত কোনোবা অহা বুলি জানি কুকুৰ দুটাৰ ভুক্‌ভুকনি শুনা গ'ল। কুকুৰকেইটা আগবাঢ়ি অহা নাছিল। বোধহয় বান্ধি থোৱা আছিল। বেদন্নতে আকৌ এবাৰ কলিং বেলটো বজাই দিলে।

এনেতে বাহিৰ হ্নালৰ দুৱাৰ এখন খোলাৰ শব্দ হ'ল। এজনী মাইকী মানুহ ওলাই আহিল। পিন্ধনত স্কাৰ্ফ-গ্ৰাউন। মহিলা গৰাকী দেখি চলিহাৰ চকু থৰ হ'ল। ভাবিলে, ঘৰ ভুল কৰি আহিল নেকি? তেওঁক নীৰব দেখি মানুহ গৰাকীয়ে মাত দিলে।

"—হোৱাট ডু ইউ ওৱাণ্ট?"

ইংৰাজী শুনি চলিহা বিস্মিত হ'ল। তাৰ পিছত ক'লে—

"—আই ওৱাণ্ট মিঃ পদ্মশংকৰ বৰুৱা। ডু ইউ ন' এবাউট হিম?"

"—এক্সকিউজ মি, আই ডণ্ট ন'। হোৱেৰ ফ্ৰম ইউ কামিং?"

"—আই এম কামিং ফ্ৰম গৌহাটী টু মিট্‌ হিম এণ্ড হিজ আডাৰ ফেমিলী মেম্বাৰচ্‌।" চলিহা থমকি ৰ'ল।

"—অহ্‌ চৰী! আই কুড নট হেল্প ইউ।" দুখৰ ভাব কণ্ঠ-স্বৰত ফুটি উঠিল।

"—বাট ইউ আৰ—?" পৰিচয়টো জানিব বিচাৰিলে। কিজানি পদ্মশংকৰ বৰুৱা, পাপিয়াহঁতৰ কথা ওলাই পৰে। চলিহাৰ কথা শেষ নৌহওঁতেই মহিলা গৰাকীয়ে মাত দিলে—

"—এম্‌ আই? আই এম নট এল'ন। মাই হাজবেণ্ড, টু ডটাৰচ্‌ এণ্ড টু চন্‌চ লিভড্‌ হিয়েৰ চিন্‌চ ফাইভ ইয়েৰচ। উই আৰ অফ্‌ দেলহী। মাই হাজবেণ্ড ইজ এন আই এক্সপাৰ্ট। প্লীজ কাম ইন্‌ এণ্ড টেক্‌ চীট হিয়েৰ।" ভিতৰলৈ দেখুৱাই ক'লে।

"—ন' ন', থেঙ্ক ইউ।" চলিহাই ধন্যবাদ যাচি যাবলৈ উদ্যত হ'ল।

"—জাষ্ট এ মিনিট।" মহিলাগৰাকীয়ে আকৌ মাত দিলে, "প্লীজ টেল মি হাউ কেন আই হেল্প ইউ? মে' আই ন' হোৱাট ইজ দ্যা ৰিলেশ্যান বিটুইন ইউ এণ্ড মিঃ বৰুৱা? বাট আই ডন্ট ন' এবাউট হিম। দিচ্ বিল্ডিং ইজ পাৰচেজ্ড বাই মাই হাজবেণ্ড ফ্ৰম এ বেঙ্গলী মাৰচেন্ট।"

ইমানবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ চলিহাৰ ধৈৰ্য্য নোহোৱা হ'ল। সোনকালে তাৰপৰা অহাৰ কথা চিন্তা কৰি "থেঙ্ক ইউ। বাই" বুলি কৈ বাৰাণ্ডাৰ পৰা নামি পৰিল। চলিহা গুছি আহিল। আহোতে উভতি চোৱা নাছিল। মাথো মহিলা গৰাকীয়ে দুৱাৰখন বন্ধ কৰোঁতে হোৱা শব্দটো কাণত পৰিছিল চলিহাৰ। বাহিৰৰ গেটখন জপাঁবলৈ হাত মেলোঁতেই তেওঁৰ সোঁকাষে দেখিলে এটি সৰু অথচ চমকপ্ৰদ ঘৰ। ঘৰটিৰ বাৰাণ্ডাৰ ওপৰ ভাগত বেৰত সুন্দৰ আখৰেৰে নামফলি এখনত লিখি থোৱা আছে—"বেদব্ৰত স্মৃতি-ভৱন।" চলিহাৰ নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান লাগিল। আকৌ এবাৰ নামফলিখন চাই ললে। কাৰোবাক দেখে নেকি বুলি সতৃষ্ণ নয়নে কিছু সময় থিয় দি থাকিল। কিন্তু নাই। কাকো নেদেখিলে।

ঘৰটোত বোধহয় কোনো নাথাকে। দুৱাৰত বিৰাট তলা এটি ওলমি আছে। বাৰাণ্ডাখনো ধূলি-বালিৰে পোট খাই আছে। বতাহত উৰি অহা গছৰ পাত, কাগজ আদিৰে বাৰাণ্ডাখনত বিশৃঙ্খলতাৰ ৰাজত্ব।

অন্তৰত গভীৰ বেদনা এটি লৈ তেওঁ উভতিল। তেওঁৰ কান্দি দিবৰ মন গ'ল। অযুত সাঁথৰে, নিযুত প্ৰশ্নই তেওঁক থকা সৰকা কৰিলে।

তেওঁৰ ভুল হোৱা নাই। কিন্তু পাপিয়াহঁতৰ ঘৰখন কি হ'ল? সিহঁত ক'লৈ গ'ল? এইবোৰ কিয় বিক্ৰী কৰিলে? "বেদব্ৰত স্মৃতি-ভৱন"ৰ সৃষ্টি কিয়?

অজানিতভাৱেই তেওঁৰ চকুলো দুধাৰি ওলাই আহিল। কোনোবাই তেওঁক দেখিছে নেকি চাবিওফালে এবাৰ চাই চকু পানী-

খিনি মচি লৈ আগবাঢ়িল। চকু পানীৰে তিতি উঠাত বাহিৰ ভাগ মচি ললে যদিও, সেই একে বেদনাতে তিতি উঠা হৃদয়খনি তেওঁ শুকুৱাব নোৱাৰিলে। তেওঁক দেখিলে সহজেই অনুমান হয়। ৰাস্তাৰ দাঁতিয়েদি তলমূৰকৈ তেওঁ গৈ থাকিল।

চলিহা ঘৰ পোৱাৰ লগে লগে লহকৰৰ বান্ধনি কাঞ্চাই ভাত পানী যতনাই দিলে। খাই বৈ তেওঁ শুই পৰিল। তেওঁ ক্লান্ত অনুভৱ কৰিছিল।

অৱসন্নতা, বেদনাৰে ভাৰাক্ৰান্ত দেহটো বিচনাত পেলাই লৈ বহু কথাই চিন্তা কৰিলে। পাপিয়া, নাৰ্জীৰ চিঠিৰ ভাঁজে ভাঁজে পঠিওৱা মৰমৰ কোঁহলৈ মনত পৰিল। মনত পৰিল বন্ধু-বান্ধৱ, বেণী, ডম্বৰুহঁতলৈ। দুচকুৰ আগত অতীতৰ স্মৃতিৰ এলবামখন লাহে লাহে খোল খাই গল। যিখন এলবামত গথা আছে—তেওঁৰ দৈনিক জীৱন যাত্ৰাৰ কিছুমান সঁচা ছবি।--------

ককায়েক সত্যব্ৰত চলিহা। বেদব্ৰত আৰু সত্যব্ৰত। ভাই-ককাই। ককায়েক সত্যব্ৰতে ঘৈণীয়েকৰ ৰূপৰ অহঙ্কাৰত বলিয়া হৈছিল। বেদব্ৰতৰ ন-বোৱায়েকে যি কৈছিল, তাকে নতশিৰে পালন কৰিছিল। কিহৰ বাবে বেদব্ৰতৰ ওপৰত নবৌয়েকৰ ইমান আক্ষেপ, ক্ষোভ, কটাক্ষ চাৱনি সেই কথা কোনেও নাজানে। আনকি বেদব্ৰতেও নাজানে। লাহে লাহে বেদব্ৰত অতিষ্ঠ হৈ উঠিল নবৌয়েক পাৰুলৰ অত্যাচাৰত, ব্যৱহাৰত।

বি, এ পাছ কৰি বেদব্ৰত ঘৰলৈ আহিছিল। গুৱাহাটী, কলিকতাত থাকি, পঢ়ি ঘূৰি অহা বেদব্ৰতে বহুকথা জানিছিল। প্ৰথম অৱস্থাত সি পাৰুলৰ কথাবোৰ সাধাৰণভাৱে লৈ উৰাই দিছিল। হাঁহিছিল। ইটো-সিটো কৰি পাৰুলক সহায় কৰি দিছিল। কিন্তু পাৰুলৰ মন সলনি নহ'ল। 'ইমান এটা ডেকা ল'ৰাই ককায়েকৰ ওপৰত নিৰ্ভৰ কৰি বহি খাবলৈ লাজ নেলাগেনে' কথাষাৰে পাৰুলৰ মনত খোপনি পুতি বহি ৰ'ল। বেদব্ৰতে পাৰুলৰ মনৰ ক্ষোভ বুজিছিল। অসহ্য হৈ ককায়েকক কেইবাদিনো কৈছিল। সত্যব্ৰতে পাৰুলক ককৰ্থনা কৰিছিল। সচিয়া সত্যব্ৰত যেতিয়া পাৰুলৰ ওচৰ চাপে, তেতিয়া কোব খোৱা ফেঁটী সাপৰ দৰে ফণা তুলি উঠে সত্যব্ৰতক দংশন কৰিবলৈ। দুয়োৰো মাজত সঘনে কাজিয়া হৈছিল বেদব্ৰতক লৈ। শেহলৈ সত্যব্ৰতে দেখিও নেদেখা, শুনিও নুশুনা হৈ নীৰৱ স্থবিৰ হৈ পৰিল। এখন সৰু নাটকৰ, সৰু কাহিনীৰ তেওঁ একমাত্ৰ নীৰৱ দৰ্শকৰূপে মুকলি প্ৰেক্ষাগৃহত ৰৈ গ'ল।

এদিন সত্যব্ৰতে পাৰুলক কৈছিল "পাৰুল, আমি দুজন ভাই-ককাই। মা-দেউতা সৰুতে ঢুকাল। মাতৃস্নেহ, পিতৃ-স্নেহৰ

পৰা বেদব্ৰত বঞ্চিত । তুমি তাক মাতৃৰ চকুৰে চাবা । তোমাৰ ব্যৱহাৰত সি লুকাই লুকাই কান্দে । সেইদিনাখন সি নিজে তোমাক কৈছিল যে, তুমি তাৰ নবৌ নহয়, তুমি তাৰ মাতৃ বুলি। তেনেস্থলত তুমি এইবোৰ কি আৰম্ভ কৰিছা ? উপাৰ্জন কৰিছো মই । খৰচ কৰিছো মই । সি মোৰ উপাৰ্জন খাইছে । তুমি কটু কথা তাক নুশুনাবা । মই বৰ দুখ পাওঁ ।" তাৰ উত্তৰত সত্যব্ৰতে যি পালে, সেইয়া আছিল অন্তৰত চৰম আঘাত । হাতৰ চাহৰ কাপ দলিয়াই দি সত্যব্ৰত ওলাই গৈছিল কেনিবা ।

ঘৰখনৰ শান্তিৰ কাৰণে, মঙ্গলৰ কাৰণে, ককায়েক-বৌয়েকৰ মুখত অলপ আনন্দৰ হাঁহিৰ বাবে চিন্তা কৰিছিল বেদব্ৰত । সি ভাবিছিল, সি নিজে আঁতৰি গলেই সকলো সমস্যাৰ ওৰ পৰিব কিন্তু সি যাব ক'লৈ ? কি কৰিব ? এইবোৰ ভাবি অদূৰ ভৱিষ্যতক এবাৰ ৰিঙিয়াই মাতিছিল । সুধিছিল ; সি কেনি যাব, কি কৰিব ? ভৱিষ্যতে এটি পথৰ সন্ধান দিছিল হয়তো । সেই পথৰ কিছু দূৰৈত এখন অলৰ অচৰ পাহাৰ দেখিছিল । পাহাৰ বগোৱাৰ শক্তি তাৰ আছে । সি পাহাৰকো বগাব । তথাপি, এই ৰঙীন পথছোৱা অতিক্ৰম সি কৰিবই ।

সংসাৰৰ সকলোকে হেৰুৱাই বেদনা-বিধুৰ শান্তনু তামুলীয়ে বেদব্ৰতৰ মোমায়েকে, অমিয়পুৰত চকুৰ আগত অগাধ সম্পত্তি ৰাখি, বহি বহি মৃত্যুৰ ক্ষণ গণিব লাগিছে । কৰ্কট ৰোগত আক্ৰান্ত শান্তনু তামুলীৰ শুকান কলিজাত জীপ দিবলৈ বেতনভোগী লগুৱাৰ বাহিৰে আন কোনো আপোনজন নাছিল ।

এনে সময়তে এদিন গধূলি কামৰূপ জিলাৰ সোণাপুৰ গাওঁ এৰি হাতত চুটকেচ এটি লৈ মোমায়েক শান্তনু তামুলীৰ ঘৰত সি উপস্থিত হ'ল । শান্তনু তামুলীয়ে শুকান ওঠদুটা খুলি অলপ হাঁহি এটি স্বস্থিৰ নিশ্বাস পেলালে । ভাবিলে, অন্ততঃ আপোনজনৰপৰা অলপ মৰম, অলপ সান্ত্বনা আৰু শুশ্ৰূষা পাব । বেদব্ৰতে চিৰৰুগীয়া শান্তনু তামুলী মোমায়েকৰ বুকুত তপত উম বিচাৰি আশ্ৰয় ল'লে । চঞ্চল ডেকা

বেদব্ৰত চলিহাৰ মনৰ পৰিৱৰ্তন নহ'ল। ঘৰলৈ মনত পৰিলে মোমায়েকৰ অসুখ বেছি হ'লেহে কেতিয়াবা বিমৰ্ষ হৈ পৰিছিল। মাকলৈ, দেউতাকলৈ মনত পৰিলেও তাৰ কোনো উপায় নাছিল। তাৰ কোনো নাই। অকৰ্মণ্য, দুৰ্বল ককায়েকৰ প্ৰতি তাৰ বিতৃষ্ণা জন্মিছিল। সংকীৰ্ণ মনৰ, অহঙ্কাৰী বৌয়েকৰ প্ৰতি তাৰ ঘৃণা উপজিছিল। তেওঁলোকৰ বাবেই সি ঘৰখন এৰিব লগা হ'ল। সি আৰু কেতিয়াও সোণাপুৰলৈ উভতি নাযায়। সোণাপুৰৰ প্ৰতি তাৰ অন্তৰত থকা মায়া-মোহ সকলো শেষ কৰি আহিছে। সি আৰু উভতি নাযায়। ইয়াতেই অমিয়পুৰৰ মাটিতেই সি মৰিব।

এনেয়ে বহি থাকি, ঘুৰি ফুৰি তাৰ ভাল নলগা হ'ল। চাকৰিৰ বাবে চেষ্টা কৰিলে। কাৰোবাৰ ছুটীত তিনিমাহৰ বাবে নিচেই কম টকাত শিক্ষকৰ পদটি পালে। দৰমহা মাত্ৰ উনৈশ টকা। তেতিয়াৰ দিনত সেইখিনিয়েই বহুত আছিল। এতিয়াহে টকাৰ মূল্য হ্ৰাস হৈ চাবি অনাৰো কম হৈছে। যি হওঁক, চাকৰিত সোমোৱাৰ দ্বিতীয় দিনাখন মোমায়েকে তাক অকলশৰীয়া কৰি থৈ চকু মুদিলে। শান্তনু তামুলী ঢোৱাৰ আগতে তেওঁৰ স্থাৱৰ অস্থাৱৰ সকলো সম্পত্তি বেদব্ৰতৰ নামত লিখাই দিয়ালে।

বেদব্ৰতৰ অকলশৰীয়া জীৱন আৰম্ভ হ'ল। নিজৰ বুলিবলৈ তাৰ কোনো নোহোৱা হ'ল। অগাধ সম্পত্তিৰ গৰাকী হৈয়ো কিবা এটি চাকৰিৰ প্ৰয়োজন অনুভৱ কৰিলে। সেইবোৰ সম্পত্তি পায়ো সি সুখী হব পৰা নাছিল। তাৰ অন্তৰখনে স্বাৱলম্বী হব বিচাৰিছিল। তেনেভাৱে সি অমিয়াপুৰতে পাঁচ বছৰ কটাবলগীয়া হৈছিল।

নিঃসঙ্গ জীৱন।

মাক-দেউতাকলৈ মনত পৰে। ঘৰখনলৈ মনত পৰে। সোণাপুৰৰ কেঁচা মাটিৰ গোন্ধ নাকত লাগে।

পাখি লগোৱা মনটো বান্ধি ৰাখে সি। সোণাপুৰ নামৰ তাৰ জন্ম গাওঁখনিলৈ উভতি নাযাবলৈ সি দৃঢ় প্ৰতিজ্ঞ।

কোঠাটোত সোমাই আপোনজনলৈ মনত পৰি বহু কথা ভাবে সি। উচুপি উঠে। হৃদয় সেমেকি উঠে। সিক্ত হৃদয়ে গাই যায়—

"আই !
তুমি চিৰ সত্য, সুন্দৰ, মোৰ সাহস, সংগী,
মোৰ আবেগ, অনুভূতি আৰু চকুৰ জ্যোতি।
তুমি মোৰ চেনেহী নিদ্ৰাৰ নিশাৰ সপোন,
জগতত তুমি বিনে কোনো হোৱা নাই আপোন।
আই !
মোৰ কেউকাষে ক্লান্তি, বেদনা, তৃষ্ণা যেতিয়া,
বিনিদ্ৰ ৰজনীত বই যায় অশ্ৰু ধাৰি তেতিয়া।
তুমি মোৰ হৃদয়ৰ চেনেহৰ জননী,
তোমাৰ পৰশত শোভিছে এই ধৰণী।"

মাকৰ মৰম বিচাৰি তাৰ হৃদয়খনে হাঁহাকাৰ কৰি উঠে। মনৰ ভাব কবিতা ৰূপত লিখি যায়।

ৰান্ধনি কাঞ্চাৰ বাহিৰে তাৰ কোনো নাই। কাঞ্চা থাকিও নথকাৰ দৰে। পাকঘৰৰ পৰাই নোলায়। দিনটো সোমাই থাকি কি কৰে সিহে জানে। সুখ দুখৰ কথা এষাৰ পাতিবলৈ তাৰ ওচৰত কোনো নাই। স্থানীয় বন্ধু-বান্ধৱো গঢ়ি উঠা নাই।

কিছুদিন পিছতে তাৰ নিঃসঙ্গ জীৱন যাত্ৰাৰ ওৰ পৰিল। তাৰ লগলৈ আহিল আন এজন ডেকা—গুৰুদত্ত কটকী। বেদব্ৰতৰ পুৰণি বন্ধু। গুৱাহাটীত একেলগে পঢ়িছিল। থানাৰ দাৰোগা হৈ আহিছে। থানাৰ চৌহদতে থকা খেৰী ঘৰটোত আছিল। তেতিয়াৰ দিনত কোৱাৰ্টাৰৰ ব্যৱস্থা নামতহে আছিল। এদিন ৰাস্তাত দুয়োৰে দেখা-দেখি হ'ল। বেদব্ৰতে একপ্ৰকাৰ জোৰ কৰিয়েই, সেইদিনাখনেই গুৰুক লৈ আহিল তাৰ ঘৰলৈ। ঘৰৰ সকলো চমজাই দিছিল তাক। দুয়ো বন্ধুৱে আজৰি পৰত হৃদয়ৰ সংগোপন বাতৰি ব্যক্ত কৰিছিল।

গুৰুদত্ত কামৰ মানুহ। আহৰি নায়েই। বেদব্ৰতে অকলে কিতাপ চাই গীত লিখি সময় পাৰ কৰাৰ চিন্তা কৰিলে। ঘৰখনৰ

ইটো-সিটো কাম মানুহ লগাই কৰে। তেনেকুৱা ব্যস্ততাৰ মাজতে এদিন চিনাকী হৈছিল পাপিয়াৰ লগত। এদিন নাৰ্জী মৌচুম চৌধুৰীৰ লগত। এদিন হীৰামন, নলিনী, নীহাৰ, প্ৰেমদা, ৰাধিকা, তগৰ আৰু বহুতৰে সৈতে চিনাকী হৈছিল।

পাপিয়া।
নাৰ্জী মৌচুম।
দুটি নাম। দুজনী গাভৰুৰ।
দুটি কোমল পাহি, দুটি ভিন্ন ফুলৰ।
ভিন্ন দুটি সুবাসৰ সোঁত।

'মেবাৰ সন্ধ্যা' নাটকখনকে লোৱা হ'ল।

অমিয়পুৰত থিয়েটাৰ হব। অভিনেতা যোগাৰ হৈছে। অভিনেত্ৰী এজনীও হোৱা নাই। থিয়েটাৰ কমিটীৰ সম্পাদক মহেশ্বৰৰ ইচ্ছা ছোৱালীৰ ভাও অৰ্থাৎ স্ত্ৰী চৰিত্ৰসমূহ ছোৱালীৰদ্বাৰা ৰূপায়িত কৰোৱাৰ। তাৰ এই প্ৰস্তাৱত কিছুমানে সম্মতি জনালে। কোনোৱে আপত্তি কৰিলে। সমৰ্থন কৰা দলটোৰ মনৰ ভাব 'এইবাৰ অমিয়পুৰ ৰাইজক নতুন কিবা এটা দেখুৱাইহে এৰিব।' কিন্তু সমস্যা হ'ল ছোৱালী পায় ক'ত? কোনো অভিভাৱকে ছোৱালী নিদিয়ে থিয়েটাৰ কৰিবলৈ। থিয়েটাৰ, যাত্ৰাত চৰিত্ৰ বেয়া হয়। অভিভাৱকসকলৰ বিৰূপ মন্তব্য শুনি ভৈৰৱে কব খোজে—'দুপৰীয়া তেতেলীৰ তলত, নৈৰ ঘাটত ডেকা ল'ৰাৰ লগত প্ৰেম কৰিলে চৰিত্ৰ ভালে থাকে।' কিন্তু নকয়। শেষত এদিন সিহঁতৰ জয় হৈছিল। দেউতাক কুমুদ চৌধুৰীক হাতে ভৰি ধৰি-মেলি তেওঁৰ একমাত্ৰ ছোৱালীজনীৰ অনুমতি পালে।

অভিনেত্ৰী নাৰ্জী মৌচুম চৌধুৰী।

তেনে এজনী ছোৱালী থিয়েটাৰ কৰিবলৈ অহা দেখি বাসন্তী, কুন্তী আৰু আবিদাৰো মনটো উচ্‌পিচাই উঠিল। সিহঁতে ভৈৰৱ আৰু

মহেশ্বৰক মাতি নি মাক-দেউতাকক মান্তি কৰাব পৰা বুদ্ধি কেইটামান শিকাই দিলে মনে মনে। সিহঁতৰ কথামতে মাক-দেউতাকক মিঠা চলাহী কথাৰে ফুচুলালে। সিহঁতৰ কথাত পতিয়ন গৈ অনুমতি দিলে। তেওঁলোকে।

অভিনেত্ৰীৰ অভাৱ গুছিল। আখৰা আৰম্ভ হ'ল। ভাগে ভাগে কাম ভগাই দিয়া হ'ল। ক'লাবামে ৰাজঘাটৰ যাত্ৰা দলৰ নৃত্য দল আৰু বেণ্ডপাৰ্টী যোৰ বন্দবস্ত কৰিব, বিপিনে থেকেৰাবাৰীৰ অমৃত মাষ্টাৰৰ পৰা পোছাক, থিয়েটাৰৰ 'চিন'কেইখন আনিব। বাসৱে নাটক পৰিচালনা কৰিব। ৰমণীয়ে মেন্থেল লাইট, জগতে ৰভাৰ কাম কৰিব। তাৰোপৰি চাহ কৰা, বহা আসন যোগাব কৰা, মঞ্চ সজ্জা আদি কামৰো দায়িত্ব দিলে মণিয়া, হেটৌ আৰু শৈলেশৰ ওপৰত। থিয়েটাৰ চাবলৈ বাগানৰ বাবুসকল আহিব। তেওঁলোকক বহুওৱাৰ দায়িত্ব দ্বিজেন আৰু জলিলক দিলে। সিহঁত দুয়োজনে ইংৰাজী, বঙালী দুয়োটা ভাষা জানে। বাগানৰ চাহাব-বাবু আহিলে কথা-বতৰা ইংৰাজী আৰু বঙালীতহে সোধে। সকলো ঠিক হ'ল। থিয়েটাৰ হব জন্মাষ্টমীৰ দিনাখন।

বেদব্ৰতেও ভাও পাইছিল।

আখৰালৈ বেদব্ৰত গৈছিল। অমিয়পুৰৰ একমাত্ৰ পুথি-ভঁৰালটিত আখৰা হৈছিল। বেদব্ৰত সোমাই গৈছিল। আখৰাত ব্যস্ত হৈ পৰিছিল। বেদব্ৰতৰ অভিনয় প্ৰতিভা দেখি সকলো মুগ্ধ হ'ল।

জন্মাষ্টমীৰ দিনাখন থিয়েটাৰ হৈছিল। সেইখন থিয়েটাৰৰ মাজেদিয়ে অচিনাকী ছোৱালী এজনীৰ লগত চিনাকী হৈছিল চলিহাৰ। এক আত্মীয়তাৰ গজালি মেলিছিল দুখনি ভিন্ন হৃদয়ৰ গোপন তলিত।

চিনাকী হোৱাৰেপৰা নাৰ্জী মৌচুম চৌধুৰীয়ে ভাবিছিল, 'বেদব্ৰত মানুহজন কেনেকুৱা হব পাৰে? দেখাত মানহজন বেচ ধুনীয়া। গল-ধনলৈকে বৈ পৰা পাহকটা চুলি। কপালত কেইডালমান চুলি ইমান

ধুনীয়াকৈ পৰি থাকে যে সেইখিনি চাই থাকিবলৈ বৰ মন যায়।' কেতিয়াবা দূৰৈৰ পৰা, কেতিয়াবা ওচৰৰ পৰা লুকাই-চুৰকৈ চায়।

নাটক হবলৈ দুদিন বাকী। হঠাতে এদিন বেদব্ৰত চলিহাৰ কাণত কাৰোবাৰ কোমল মাত এটিয়ে ছুই দিলেহি। বেদব্ৰতে মুৰ তুলি চাই দেখিলে, ওচৰতে থিয় দি আছে নাজী মৌচুম চৌধুৰী। সি অলপ আচৰিত হ'ল। হাতত থকা ৰুমালখনৰ আগটো মুখেৰে কামুৰি, ভৰিৰ চেণ্ডেলৰ আগটোৰে মাটিত কিবা আঁকি অপলক নেত্ৰে চাই ৰ'ল বেদব্ৰতৰ চকুলৈ। তাইৰ চকুত বেদব্ৰতে দেখিলে এক অনামী লাজৰ সহস্ৰ কণিকাৰ বুদবুদনি। বেদব্ৰতে শুনা নুশুনাৰ দোমোজাত কিছু চিন্তা কৰি সুধিলে।

"--আপুনি মোক কিবা কৈছে ?"

"—হয়, আপোনাক কৈছো।" অলপ বৈ আকৌ কলে,—"কাইলৈ আবেলি আমাৰ ঘৰত এবাৰ যাবচোন মোক অলপ শিকাই দিব।"

"আপোনাক ? মইনো কি শিকাম ?"

"—'আপুনি' নহয়, মোক 'তুমি' বুলি কব। নাটকৰ এই চৰিত্ৰটো ৰূপ দিবলৈ গৈ মই কিমানখিনি সফল হম, মই নিজেই নাজানো। মই বৰ টান পাইছো। মোৰ ভয়েই হৈছে।" কিবা এটি সমিধানৰ আশাৰে নাজীয়ে বেদব্ৰতৰ মুখৰ ফালে চাই ৰ'ল।

বেদব্ৰতে একান্তমনে নাজীৰ কথাখিনি শুনি থাকি ক'লে,—"মই পাৰিম জানো ? তাতে আকৌ ছোৱালীৰ চৰিত্ৰ। মোৰো তেনে অভিজ্ঞতা নাই।"

একপ্ৰকাৰ জোৰ কৰিয়েই নাজীয়ে ক'লে—"ঠিক আছে। যি জানে সেইখিনি শিকাই দিলেই হব।"

"--যাম বাৰু।" বেদব্ৰতে উত্তৰ দিলে।

পৰমানন্দ শেন চকুৱা বুলি সকলোৱে কয়। শেনৰ দৃষ্টিৰে সি বেদব্ৰত আৰু নাজীক দূৰৈৰ পৰাই লক্ষ্য কৰি আছিল। সি এক প্ৰকাৰ

দৌৰি আহিয়েই সিহঁতৰ ওচৰত ৰলহি। বেদব্ৰত আৰু নাজীৰ কথাৰ মাজত অলপ সুৰুঙা পাই কথাৰ ফুলজাৰি মাৰিব আৰম্ভ কৰিলে। বেদব্ৰত নাজীৰ, এহাল ডেকা গাভৰুৰ পৰিচয় দাঙি ধৰিলে পৰস্পৰৰ সন্মুখত।

নাজীয়ে হাঁহি হাঁহি চলিহাৰ ফালে চাই ৰৈছিল। এটা সময়ত ৰিহাৰ্চেল শেষ হৈছিল। সকলো গুছি গৈছিল। কেৱল ৰিহাৰ্চেল কৰা লাইব্ৰেৰীটো থিয় দি থাকিল বহুতো হৃদয়ৰ বহুতো কথাৰ অনেক আকুতি লৈ।

পিছ দিনাখন আবেলি পৰত বেদব্ৰত উপস্থিত হৈছিলগৈ নাজী মৌচুম চৌধুৰীৰ ঘৰত। কোনো পাতনি নোহোৱাকৈ বাৰণ্ডাত বহি থকা ল'ৰা (?) এজনে বেদব্ৰতৰ মুখলৈ চাই কিছু সময় হাঁহিলে। তাৰ পিছত ভিতৰলৈ সোমাই গ'ল। বেদব্ৰত আচৰিত হ'ল তাৰ কাৰ্য্য দেখি। ওচৰ পাইহে সি দেখিলে যে, মানুহজন বেচ শকত, ওখই তিনিফুটমান হব। বয়স যথেষ্ট হৈছে। বাওনা। মগজুৰ গণ্ডগোল আছে বুলি ভাবি ললে।

বাহিৰত বেছি সময় থিয় দি থাকিব লগা নহ'ল সি।

"--ভিতৰলৈ আহক!" এজন ডেকা ল'ৰাই বাওঁহাতখনেৰে পৰ্দাখন আঁতৰাই মুখখন উলিয়াই বেদব্ৰতক মাতিলে। বেদব্ৰত ভিতৰলৈ সোমাই গ'ল। ল'ৰাজনে পুনৰ--"ইয়াতে বহক। বাইদেউ আহিব এতিয়াই" বুলি চোফা এখন দেখুৱাই ভিতৰলৈ গুছি গ'ল। বেদব্ৰতে চোফাখনত বহি টেবুলৰপৰা ইংৰাজী আলোচনী 'ম্রিগাণ্ডা' খন হাতত লৈ চকু ফুৰালে। কোঠাটোৰ চাৰিওফালে তেওঁৰ দৃষ্টি ঘূৰালে। কোঠাটো আটক ধুনীয়াকৈ সজোৱা। বেৰতকেইখনমান বিদেশী 'অইল পেইণ্টিং'। ৰামকৃষ্ণ পৰমহংসদেৱ আৰু এখন শ্ৰীকৃষ্ণৰ ফটোও আঁৰি থোৱা আছে। চোফা চে'টৰ ওপৰত থকা কুচনবোৰতো, টেবুল ক্লথত তোলা ফুলবোৰেও কোনোবা পৈণত শিল্পীৰ চানেকী দাঙি ধৰিছে। মাজে মাজে হাতৰ মেগাজিনখন চাই গ'ল। এনেতে ভিতৰ ফালৰপৰা হাতৰ খাৰু আৰু ভৰিৰ

চেণ্ডেলৰ শব্দ এটি তাৰ কাণে আগুৱাই অহা যেন অনুমান হ'ল। হাতখনেৰে যেন গাৰ কাপোৰখন ঠিক কৰি লওঁতে হাতৰ খাৰুৰ শব্দ হোৱা বুলি ভাবিলে বেদব্ৰতে। ভাবিলে, কোনোবা আহিছে। হয়তো নাৰ্জী। পদধ্বনি ক্ৰমে ওচৰ চাপি আহিছিল। খোজৰ শব্দটো বেদব্ৰতৰ ওচৰত নাইকিয়া হৈ গ'ল। মুৰ তুলি চাই দেখিলে ওচৰতে নাৰ্জী থিয় দি আছে।

"--আপুনি কেতিয়াবাই আহিল নেকি বিদু দা ?"

নাৰ্জীৰ প্ৰশ্নটোৱে কোঠাটোৰ নীৰৱতাখিনি আঁতৰাই দিলে। হাতৰ ঘড়ীটোলৈ চাই বেদব্ৰতে ক'লে,--

"--বেছি সময় হোৱা নাই। দহ মিনিট হ'ল। তুমিনো ভিতৰত কি কৰিছা ? পাৰ্ট মুখস্থ কৰিছা নিশ্চয় ?"

"--নাই। পাকঘৰত কিবা এটা বনাই আছিলো।"

তাৰ পিছত দুই চাৰিটা কথা। দেহৰ'মনৰ। নাটকৰ।

সেইদিনাই চিনাকী হ'ল নাৰ্জীৰ ঘৰৰ সকলোৰে সৈতে। চাহ-তামোল পৰ্ব শেষ কৰি নাৰ্জীক নাটকৰ চৰিত্ৰটো সম্বন্ধে কিছু নিৰ্দেশ দি, এটা সময়ত উঠি আহিছিল নাৰ্জীৰ ওচৰৰপৰা। কুমুদ চৌধুৰীৰ ঘৰৰপৰা।

নাৰ্জী মৌচুম চৌধুৰী।

ধুনীয়া নাম।

অমিয়পুৰৰে অন্তৰ্গত আন এখন চাহ বাগিচা।

মইনাজুলি বাগান।

নাৰ্জী মৌচুম চৌধুৰী মইনাজুলি বাগানৰ বৰ কেৰাণী কুমুদ চৌধুৰীৰ দুহিতা। কুমুদ চৌধুৰী অমিয়পুৰৰ স্থায়ী বাসিন্দা। নগৰৰ সোঁমাজত নিজা ঘৰ-দুৱাৰ আছে। ঘৰৰপৰা বাগানলৈ মাথো এমাইল দূৰ।

কুমুদ চৌধুৰীয়ে গুৱাহাটীৰ ব্যৱসায়ী প্ৰতাপ মেধিৰ ছোৱালী যোগমায়াক বিয়া কৰাই আনিছিল এখনি সুখৰ সংসাৰ গঢ়াৰ কামনাৰে।

এটি ল'ৰা সন্তান জন্ম হোৱাৰ পিছত দিন, মাহ, বছৰ বাগৰি যায় মহা সমুদ্ৰৰ বুকুৰেদি। বহু বছৰ বিৰতিৰ পিছত যোগমায়াই কিহবাৰ ইঙ্গিত পালে। কুমুদ চৌধুৰীয়ে যোগমায়াৰ ফালে চাই অবুজ আনন্দত হাঁহিলে। দ্বিতীয় আৰু শেষবাৰৰ বাবে যোগমায়া অন্তঃসত্বা হ'ল। কন্যা সন্তান এটি পোৱাৰ কামনা ফলৱতী হোৱাৰ আনন্দত কুমুদ চৌধুৰীয়ে হাঁহিলে।

কোনোবা পূৰ্ণিমা নিশা পৃথিৱী চঞ্চলা হৈ উঠিছিল। জোনাকৰ স্নিগ্ধ পোহৰত পৃথিৱীৰ বুকুত কামনাৰ ফুল ফুলিছিল। তেনে এটি শান্ত, শীতল সমাহিত নিশাত, ৰূপৰ জেউতি চৰাই কুমুদ চৌধুৰীৰ সংসাৰলৈ নামি আহিছিল এটি নৱজাত শিশু কন্যা। শিশু কন্যাৰ কান্দোনে, তাইৰ অবুজ কোলাহলে চৌধুৰীৰ ঘৰ ভৰাই তুলিছিল। তাইৰ জন্মৰ পিছদিনাখন কাহিলি পুৱাতে কুমুদ চৌধুৰী শোৱাৰ পৰা উঠি ফুলনিৰ ফালে চাই দেখিছিল—এপাহ নাৰ্জী ফুল নতুনকৈ ফুলি উঠিছে। সেয়ে শিশু কন্যাৰ নামো ৰাখিলে নাৰ্জী। নাৰ্জী মৌচুম চৌধুৰী। কুমুদ চৌধুৰীৰ আশা— তায়ো নাৰ্জী ফুলৰ দৰে নিষ্পাপ, নিষ্কলুষ আৰু পবিত্ৰ ফুল এপাহ হৈ থাকক।

দিনবোৰ কোনোবা অনামী গহ্বৰে গ্ৰাস কৰি গৈছে।

যুগৰ পৰিৱৰ্তন। মানুহৰ পৰিৱৰ্তন।

মনৰ পৰিৱৰ্তন।

একে পথেৰে একে গতিৰেই আছে উত্তপ্ত সূৰ্য্য।

কেতিয়াবা কুঁৱলীৰ ফাঁকে ফাঁকে, ধূলিৰ মাজে মাজে, বৰষুণৰ মাজে মাজে উত্তপ্ত সূৰ্য্য পূৱাকাশত উদিত হৈ, অদূৰত কোনোবা সাগৰৰ বুকুত অস্তাচলত বিলীন হৈ গৈছে।

শৰতৰ আকাশত প্ৰতিপদৰ জোনে শেৱালিৰ সুবাস গোটেই দেহত সানি যৌৱনৰ সোঁতত সাঁতুৰি-নাদুৰি লুকাই পৰে। আঁউসী আহে। বিভিন্ন ছটা ঋতুৰ ৰহন দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সানি ডাঙৰ হৈ আহিল নাৰ্জী মৌচুম চৌধুৰীও।

দেহে বৰণ সলালে। কাপোৰে আঁকাৰ সলালে। মুখ মণ্ডলত এক নতুন জ্যোতি প্ৰতিভাত হ'ল। দুচকুত তিৰবিৰাই উঠিল যৌৱনৰ তীব্ৰতাৰ আকুল আহ্বান। নাৰ্জী মৌচুম চৌধুৰী গাভৰু হ'ল। তাইৰ দেহৰ ওপৰেদি বাগৰি গৈছিল যৌৱনৰ এসোঁতা উন্মাদিনী বন্যা। সেই উশৃংঙখল খৰস্ৰোতা যৌৱনৰ উত্তাল তৰঙ্গৰাশিক এদিন ভেটা দিলেহি বেদব্ৰত চলিহা নামৰ এজন সুঠাম ডেকাই।

নাটকৰ আখৰা শেষ হ'ল। থিয়েটাৰ শেষ হ'ল। বাগানৰ পৰা অহা চাহাব আৰু অন্যান্য দৰ্শকসকলৰ পৰাও নাৰ্জীয়ে ভূয়সী প্ৰশংসা লভিলে।

নাৰ্জীৰ লগত ঘনিষ্ঠতা বাঢ়িল। নিবিড় সম্বন্ধ এটি গঢ়ি উঠিল বেদব্ৰত আৰু নাৰ্জীৰ মাজত।

লাহে লাহে সি কুমুদ চৌধুৰীৰ ঘৰৰ পৰিয়ালৰ এজন হৈ পৰিছিল। সি নহ'লে চৌধুৰী ঘৰৰ পৰিয়াল থাকিব নোৱাৰিছিল—। নাৰ্জীয়ে বিচাৰি ফুৰিছিল।

এদিন নাৰ্জীয়ে তাক কৈছিল—"আপুনি মোৰ ককাইদেউ, মই মই আপোনাৰ ভনী।"

বেদব্ৰতে ক'লে তাৰ উত্তৰত—"সেই মহান আসন লোৱাৰ জ্ঞান, অধিকাৰ মোৰ নাই নাৰ্জী। তথাপি তোমাৰ মা-দেউতাই মোক দিছে পুত্ৰস্নেহ, তোমালোক ভাই-ভনীহালৰপৰাও পাইছো মই জ্যেষ্ঠ ভ্ৰাতৃৰ মৰম, চেনেহ, সন্মান। ঠিক আছে তোমালোকৰ ককাই দেৱেৰা হিচাবে মই খিখিনি পাৰো ত্যাগ কৰিম। তোমালোকেও মোৰ পথত চলিবলৈ চেষ্টা কৰি এই মহৎ আসনৰ সন্মান অক্ষুণ্ণ ৰাখিবলৈ সহায় কৰিবা, সুবিধা দিবা।"

"—ঠিক আছে।" নাৰ্জীয়ে ক'লে, "আমি আপোনাৰ পথ অনুসৰণ কৰিম। আপোনাৰ আদেশ, উপদেশ সকলো মানিম।"

অকলশৰীয়া বেদব্ৰতে তেনে ঘৰ এখনি পোৱাত ভালেই পালে। মানুহ এঘৰ বিপদে-আপদে লাগে। সি সুখী হ'ল। অন্তৰ উজাৰি মৰম-চেনেহ ঢালি দিয়া মানুহ এঘৰ সি পালে।

বেদব্ৰতৰ নিঃসঙ্গ জীৱনৰ ওৰ পৰিল।

মিঠা আবেলি। ঘৰৰ সমুখৰ ঘাঁহনি ডৰাত থিয় দি আছিল বেদব্ৰত। চাই শেষ কৰিব নোৱাৰা আকাশৰ নীলাখিনিলৈ চাই কিবা ভাবত তন্ময় সি। আকাশত ঠায়ে ঠায়ে বগা মেঘৰ চপৰা। মেঘবোৰে কোনো বুঢ়া মানুহৰ, কোনো জন্তুৰ ৰূপ লৈছিল। অস্তাচলৰ সূৰুযটোৱে তাৰ হেঙুলীয়া ৰংখিনি শেষবাৰৰ বাবে ছটিয়াই দিছিল পৃথিৱীলৈ, আকাশলৈ, মেঘলৈ।

অপূৰ্ব পৃথিৱী।

বাহিৰৰ পৃথিৱীৰ প্ৰতি তাৰ ভ্ৰূক্ষেপ নাই।

"--হেই, অকলে অকলে কি কৰিছ? কবিতাৰ ছন্দ বিচাৰি আছ বোধহয়। অলপ আনফালেও চাব লাগে নহয়?" ঘৰৰ ভিতৰৰপৰা ওলাই আহি গুৰুপ্ৰসাদে ক'লে বেদব্ৰতক। তাৰ মাত শুনি বেদব্ৰত আচৰিত হ'ল। সুধিলে--"মোক কিবা কৈছ?"

"--আৰে! তোক নকৈ কাক কম? ইয়াত দেখোন আৰু কোনোৱেই নাই। তোৰ সমুখেদি কিমান মানুহ অহা-যোৱা কৰি আছে, তোৰ খবৰেই নাই। সৌৱা চাচোন।" ৰাস্তাৰ ফালে আঙুলিয়াই দেখুৱালে গুৰুপ্ৰসাদে।

চাৰিজনী ছোৱালী। খোজ কাঢ়ি গৈ আছে।

"--মই কি কৰিব লাগে?" গুৰুত্ব নিদি বেদব্ৰতে সুধিলে।

"--মোৰ লগত বলচোন। চাই আঁহো ক'লৈ যায়।"

"--এইবিলাকত ঘূৰি লাভ কি গুৰু? লোকৰ ছোৱালী য'লৈকে নাযাওক, তই মূৰ ঘমাইছ কিয়?"

"—তইতো ভনী বনাই লৈছ ভাই। তই তেনেকৈ কব পাৰ। কিন্তু ইঘৰ সিঘৰ ফুৰিবলৈ মোকোতো এঘৰ মানহ লাগে।" দুখতে কথাখিনি কৈ পেলালে সি। বেদব্ৰতৰ বেয়া লাগিল।

"--বল, বল। মই এনেয়েহে কৈছো।" দুয়ো ওলাই গ'ল।

কেইবাদিনো পাছ লৈও ছোৱালীকেইজনীৰ ঘৰ উলিয়াব নোৱাৰিলে। কথা-বতৰা হোৱাৰ সুবিধা নাপালে।

কাৰোবাৰ লগত চিনাকী হোৱাৰ, ঘৰ এখনি আপোন কৰি লোৱাৰ দুৰ্বাৰ আকাঙ্ক্ষা বুকুত বান্ধি, অতি কম দিনৰ ভিতৰতে গুৰু প্ৰসাদ বদলি হৈ আন ঠাইলৈ যাবলগীয়া হৈছিল।

বেদব্ৰতে নিসঙ্গ জীৱন আৰম্ভ কৰিলে।

ঘৰখন নতুন কৰিলে। কাঞ্চাক বিদায় দি ৰঘু নামৰ আন এজন ল'ৰা ৰাখিলে।

নিজক ব্যস্ত ৰাখিবৰ বাবে সি কিবা কিবি লিখিবলৈ ললে। কিতাপ গোটাই ললে পঢ়িবৰ বাবে।

আকৌ তাৰ শিৰাই শিৰাই এসুতি মৰম বৈ গৈছিল।

এখন ৰাজহুৱা সভা বহিছিল। বেদব্ৰতো গৈছিল। বক্তৃতা দিছিল।

বন্দনা বাইদেউ গৈছিল। দীঘলীয়া বক্তৃতা দিছিল।

আৰু বহুত মানুহ গৈছিল।

সভা ভাঙিছিল। মানুহ ঘৰা-ঘৰি গুছি গৈছিল।

সকলোৰে পিছত আহিল বন্দনা বাইদেউ। ইচ্ছা কৰিয়েই পিছ পৰিছিল। বাইদেৱে বেদব্ৰতক লগ ধৰি চিনাকী হব।

বাইদেৱে আগবাঢ়ি আহি বেদব্ৰতক মাতিবৰ চেষ্টা কৰিলে। বুকুত সাহস গোটাই হঠাতে এবাৰ বাইদেৱে বেদব্ৰতক মাতি দিলে। মিচিঔত দিয়া বক্তৃতাৰ প্ৰশংসা কৰিলে। ইত্যাদি আৰু বহুত কথা বৰ্ণাই গ'ল।

বেদব্ৰতে একো নেমাতি একান্ত মনে শুনি গ'ল। তাৰ পিছত পৰিচয়ৰ বিনিময় হৈছিল পৰস্পৰৰ মাজত।

বন্দনা বাইদেৱে এক প্ৰকাৰ জোৰ কৰিয়েই তাক তেওঁলোকৰ ঘৰলৈ লৈ গ'ল। সি গৈছিল।

ঘৰখন বেচ পৰিপাটী। হাত থকা চেয়াৰ চাৰিখনমান, বেঞ্চ এখন, মেজ এখন আৰু মূঢ়া দুটা কোঠাটোত সজোৱা আছে। মেজখনত এখন টেবুল ক্লথ, তাৰ বাহিৰে বাকীবোৰত কোমল গাদী

আছে। বেৰত ক্লাছিকেল গীতাৰৰ যাদুকৰ টাইমুৰ খাঁনৰ হাতে অঁকা ছবি এখন। বেঞ্চখনৰ কাষতে এটা কাঠৰ বাকচৰ ওপৰত এযোৰ তবলা, কাপোৰৰ চাকনি দিয়া চে'তাৰ এখন বাকচটোৰপৰা বেৰত থিয়কৈ থোৱা আছে। বাকচৰ ভিতৰত হাৰমনিয়ম এটা থকা বুলি ধৰিব পাৰি। কোঠাটোত দৃষ্টি ৰাখি বেদব্ৰতে সিদ্ধান্ত এটি কৰি পেলালে যে, কলা, সংস্কৃতি প্ৰেমিক এই মানুহঘৰ।

কিছু সময় পিছত বন্দনা বাইদেউ সোমাই আহিছিল। লগে লগে আৰু চাৰিজনী ছোৱালী। ছোৱালীকেইজনী দেখি বেদব্ৰতে তাৰপৰা দৌৰি পলাই যাবলৈ ভাবিলে। ছোৱালীকেইজনীৰ ফালে সি চাব নোৱাৰা হৈছে। ভয়ত তাৰ চকু সৰু হৈ গৈছিল। বুকুখন কঁপিছিল। এই চাৰিজনী ছোৱালীকে গুৰুপ্ৰসাদৰ লগত সি বহুদিন অনুসৰণ কৰিছিল। আজি হয়তো প্ৰতিশোধ লবৰ মনেৰে তাক মাতি আনিছে। কোঠাটোৰ নীৰৱতাখিনি বন্দনা বাইদেউৰ সহ্য নহ'ল।

"--চলিহা, এই কেইজনী মোৰ ভনী। ওখজনী এক নম্বৰ, নাম নন্দনা। সেইজনী পাপিয়া, সেইজনী চন্দনা আৰু অলপ ক্ষীণ, ওখজনী আটাইতকৈ সৰু, কাকলি।"

এজনী এজনীকৈ চলিহাক নমস্কাৰ দিছিল। চলিহাই প্ৰতি নমস্কাৰ দি গ'ল। বেদব্ৰতৰ পৰিচয়টো দিবলৈ নাপাহৰিলে বন্দনা বাইদেৱে।

"তহঁতে দাদা বুলি মাতিবি এখেতক।" বন্দনা বাইদেৱে নিৰ্দেশ দিয়া শুনি বেদব্ৰতে হাঁহিলে।

নন্দনাৰ বাহিৰে বাকী তিনিজনী ছোৱালী ভিতৰলৈ গুছি গ'ল। বাইদেৱে আকৌ নন্দনাক উদ্দেশ্য কৰি ক'লে--"তই দেখোন থিয় দি থাকিলি? নতুন আলহী। তাতে প্ৰথম আহিছে, কিবা কিবি যোগাৰ কৰগৈ।" বুলি বেদব্ৰতৰ ফালে চাই অলপ হাঁহিলে। বেদব্ৰতেও হাঁহিৰে সমৰ্থন কৰিলে। বাইদেৱে আকৌ কথা আৰম্ভ কৰিব খোজাত নন্দনা ভিতৰলৈ গুছি গ'ল। বাইদেৱে ক'লে--

"বুজিছে চলিহা, এই যে গ'ল নন্দনা, তায়েই ঘৰখন চম্ভালি ৰাখে। দেউতা ব্যৱসায়ী মানুহ, সময়েই নাপায়। দোকান-বজাৰ, ফাৰ্মাচী, গৰু-গাই সকলো চাব লাগে তাই। সেই বাবেই দেউতাই ইটো-সিটো কাম কৰিবৰ কাৰণে দুজন মানুহ ৰাখিছে। সিহঁত দুজনকো নন্দনাইহে চলাব জানে।"

"আপুনি কি কৰে? অৰ্থাৎ আপোনাৰ ওপৰত ঘৰৰ কি দায়িত্ব পৰিছে?" প্ৰথমবাৰৰ বাবে মাত দিলে সি।

"--মই কি কৰিম? কৰিবলগীয়া মোৰ একো নাই। মই ঘৰৰ ডাঙৰ ছোৱালী। নন্দনাৰ উৎপাতত কিবা এটা কৰিবলৈ মোৰ বাবে একো নাথাকে। অৱশ্যে চিলাই কামখিনি কৰোঁ। এই ধৰক, ৰুমাল, টেবুল ক্লথ ইত্যাদি।"

"--তেওঁলোক আটাইকেইজনীয়ে পঢ়ি আছে?

"--নন্দনাই ক্লাচ এইটৰপৰা এৰিলে। পাপিয়াই ক্লাচ এইটলৈ প্ৰমোচন পাইছে। চন্দনা ক্লাচ চেভেন আৰু কাকলি ক্লাচ ফাইভত।"

এনেতে কোনোবা এজনীয়ে লণ্ঠন এটা দি থৈ গ'ল টেবুলখনৰ ওপৰত। কোঠাটোৰ এন্ধাৰখিনি নোহোৱা হৈ পৰিল।

"--পঢ়াৰ ইচ্ছা থাকিলেও নোৱাৰি। এখন মাত্ৰ হাইস্কুল। শিক্ষকৰ সংখ্যা কম। ল'ৰা-ছোৱালী নাই স্কুলখনত। মোৰ ভনীকেইজনীক ধৰি স্কুলখনত মাত্ৰ আঠজনী ছোৱালী। মুঠ ডেৰশ ছাত্ৰ-ছাত্ৰী। সৰুৰেপৰা মই পঢ়াৰ বাবে বৰ আগ্ৰহী আছিলো। সেয়ে দেউতাৰ কোনো আপত্তি নোহোৱাকৈ মোৰ মামা এজনৰ সৈতে কলিকতাত থাকি বি. এ. পঢ়ি, ফাইনেলটো দি আহিছো এইবাৰ।"

"--কিন্তু এইবিলাক কোনে বজায়?" হাৰমনিয়ম, তবলা দেখুৱাই সুধিলে বেদব্ৰতে।

"--অ' সেইবিলাক? পাপিয়া আৰু বিনোদৰ। বিনোদ মোৰ খুৰাৰ ল'ৰা। ইয়াতেই থাকে।"

"--পাপিয়াই গান গায়?" আগ্ৰহেৰে বেদব্ৰতে সুধিলে।

"—গীত গায় । শিকিও আছে । ইয়াৰে বাগান এখনত বৰ কেৰাণী এজন আছে । ধুনীয়াকৈ মানুহজন । অপূৰ্ব তেওঁৰ কণ্ঠ । তেৱেঁই পাপিয়াক শিকাই আছে । শুনিব নেকি গীত ? ৰব, পাপিয়াক মাতি দিছো," বুলি বহা ঠাইৰপৰা পাপিয়াক মাতিলে । লগে লগে পাপিয়া সোমাই আহিল । বাইদেৱে গীত গোৱাৰ কথা ক'লে । পাপিয়াই লাজ লাজকৈ টেবুলখনতে ধৰি থাকিল ।

"--গোৱাচোন গীত এটি । শুনো ।" বেদব্ৰতৰ অনুৰোধ । পাপিয়াই হাৰমনিয়মটো উলিয়াই বেঞ্চখনতে থলে । চেতাৰখন হাতত লৈ বেঞ্চখনত বহি ললে ।

চেতাৰত আঙুলি বুলালে । তাৰ পিছত সুললিত কণ্ঠে গালে এটি উচ্চাঙ্গ সংগীত । তাৰ পিছত মীৰা বাঈৰ ভজন । দুটি গীত গাই পাপিয়া ৰৈ গ'ল । বন্দনা বাইদেৱে আকৌ আধুনিক এটি গাবলৈ ক'লে । পাপিয়াই হাৰমনিয়মটো লৈ গালে । গীত শেষ হোৱাৰ লগে লগে পাপিয়া দৌৰি ভিতৰ সোমাই গ'ল ।

"--পাপিয়াৰ গান মাষ্টৰ চাট্যাৰ্জী প্ৰত্যেক শনিবাৰ আৰু দেওবাৰে আহে । সুদূৰ কলিকতাৰপৰা আহি অসমত তেওঁ বহু অসুবিধা পাইছে হেনো । ইয়াত তেনে গীত-মাতৰ অনুষ্ঠান নবহে । মানুহবিলাকৰো এই বিষয়ত ৰাপ নাই । ক'ৰবাত এদিন পাপিয়াই গীত গাইছিল । চাট্যাৰ্জীয়ে শুনিছিল । সেইদিনাই তেখেতে পাপিয়াৰ পম খেদি আমাৰ ঘৰ ওলাইছিলহি । এক প্ৰকাৰ জোৰ কৰিয়ে পাপিয়াক গান শিকাবলৈ ললে । দুবছৰ হ'ল । একে গতিৰে চাট্যাৰ্জী আহিয়ে আছে । এই সামগ্ৰীসমূহ কিনি দিছো ।" একে লেঠাৰীয়ে বন্দনা বাইদেৱে কথাখিনি কৈ ৰৈ গ'ল ।

নন্দনাই চাহ, জলপান, পানী এগিলাচ, তামোলৰ বটা এটা, ট্ৰে এখনত গোটেইখিনি তুলি লৈ আহিছে । বেদব্ৰত আৰু বন্দনা বাইদেউৰ আগে আগে দি নন্দনা পুনৰ ভিতৰলৈ গ'ল ।

"খাওক !" বাইদেৱে বেদব্ৰতৰ ফালে চাই ক'লে ।

সুৰো খোৱা আৰম্ভ কৰিলে। মাজে মাজে কথা-বতৰাও চলি থাকিল।

"পাপিয়াৰ ভৱিষ্যত আছে। গতিকে তাইক ভাগৰি পৰিব নিদিব। চাট্যাৰ্জীক অহা বন্ধ কৰি নিদিব। পাপিয়াই শিক্‌ক। এইবোৰ সাধনাৰ বস্তু। পাপিয়াৰ কণ্ঠত জন্মগত সুৰ আছে। মূৰ্চ্ছনা আছে। কেৱল প্ৰকাশ হোৱাৰ পথ দেখুৱাই দিওঁতা এজন হ'লেই হব।" পাপিয়াই গাই যোৱা গীতৰ মূৰ্চ্ছনাখিনি কোঠাটোত ভাঁহি আছিল। সেই কথা মনত পৰিছে যেন বেদব্ৰতে কথাষাৰ ক'লে।

তাৰ পিছতো আৰু বহুত আলোচনা। এবাৰ কথা প্ৰসঙ্গত বন্দনা বাইদেৱে ক'লে, "আপুনি আজি য'লৈ আহিল, এইয়া হৈছে পদ্মশংকৰ বৰুৱাৰ ঘৰ। আমাৰ দেউতা। আমি পাঁচজনী বাই-ভনী, খুৰাদেউৰ ল'ৰা বিনোদ আৰু মা। এয়ে আমাৰ পৰিয়াল। আমাৰ ভাই-ককাই নাই। মা দেউতাৰ মনত সেয়ে দুখ। দেউতা ঘৰত খুব কম থাকে। ব্যৱসায়ী মানুহ। ধান-চাউল, মৰাপাট, আলু আৰু কাঠৰ ব্যৱসায় কৰে। সেইবোৰৰ উপৰিও মাল-কঢ়িওৱা ঘোঁৰা গাড়ী পাঁচখন আছে। সেইবোৰৰ পৰাই সময় নাপায় ক্ষন্তেক জিৰণি লবলৈ। আপোনাৰ লগৰ কোনো নাই বুলি আপুনি আকৌ নহাকৈ নাথাকিব। নিজৰ ঘৰৰ দৰে সদায় আহিব দেই। দেউতা অলপতে কলিকতালৈ যাব। মযো যাম বুলি ভাবিছো। আজিকালি মানুহ বহা চোকা চে'ট এটা ওলাইছে। তাকে আনিবলৈ যাম। ইয়াত বাগানত কাম কৰা বাবুসকলৰ বাহিৰে কাৰো নাই। তেওঁলোকেও কলিকতাৰপৰা অনাইছে।"

গোটেই ঘৰখনৰ বিতং বিৱৰণ শুনি বেদব্ৰতৰ আমনি লগা নাছিল। তথাপি সি উঠি আহিবলৈ বিচাৰিলে। বন্দনা বাইদেৱে মাৰক মাতি আনি পৰিচয় কৰাই দিলে। সি নমস্কাৰ দিলে। এটি মিঠা হাঁহি সানি মাকেও প্ৰতি নমস্কাৰ দিলে। সদায় আহিবলৈ সকিয়াই দিলে বেদব্ৰতক।

সেইদিনাৰ বাবে সি বিদায় লৈ ওলাই আহিছিল।

তেতিয়াও তাৰ অন্তৰত বাজি আছিল চে'তাৰৰ অপূৰ্ব মূৰ্চ্ছনা। পাপিয়াৰ সুৰৰ ঝংকাৰ। সি দেখিছিল চেতাৰৰ ওপৰত পাপিয়াৰ নাহি কোমল হাতৰ আঙুলিৰ বুলনি। শুনিছিল মীৰাবাঈৰ ভজন—"গিৰিধৰ কে ঘৰ যাওঁ মে গিৰিধৰ কে ঘৰ যাওঁ। গিৰিধৰ হামাৰা চাচ প্ৰীতম দেখত ৰূপ লোভাওঁ। গিৰিধৰ ———।"

পাপিয়াৰ কথা পাহৰিবলৈ চেষ্টা কৰিও পাহৰিবপৰা নাই বেদব্ৰতে। পাপিয়াৰ ভাৱনাই তাৰ দেহ-মন ভাৰাক্ৰান্ত কৰি তুলিলে। অজানিতভাৱেই সি আকৌ দ্বিতীয়বাৰ আন এখন ঘৰত সোমাই পৰিল। সেইখন হৈছে পদ্মশংকৰ বৰুৱাৰ ঘৰ। পদ্মশংকৰ বৰুৱাৰ ঘৰত বন্দনা বাইদেউ আছে।

বাইদেউৰ ব্যক্তিত্ব আছে। ডিগ্ৰী আছে। লিখাত হাত আছে। মৰম উপচি পৰা এখন অন্তৰ আছে।

বাইদেউৰ ঘৰত পাপিয়া আছে। পাপিয়াৰ শিল্পী সুলভ মন এটি আছে। সুৰ তটিনী বৈ যোৱা কণ্ঠ আছে। মিঠা মৰম নিগৰি ওলোৱা এখনি দৰদী হিয়া আছে।

বন্দনা, চন্দনা, নন্দনা, কাকলি, মাক-দেউতাক আটাইৰে মৰম-লবলৈ বেদব্ৰতৰ দিগ্‌দাৰ লাগিছিল। তথাপি সি গৈছিল।

গৈছিল পাপিয়াৰ গীত শুনিবলৈ।

বন্দনা বাইদেউৰ কথা, পাপিয়াৰ কথা সি নাৰ্জী মৌচুমক কৈছিল এদিন। নাৰ্জীয়ে কোনো মন্তব্য প্ৰকাশ নকৰি অলপ ক্ষুণ্ণ হোৱাৰহে ইংগিত দিলে।

তাৰ নাৰ্জী মৌচুমৰ মনৰ ভাব বুজিবলৈ বেছি সময় নালাগিল। কিন্তু গুৰুত্ব নিদিলে।

পাপিয়াৰ ওচৰলৈ সি সদায় অহা হ'ল।

পাপিয়াৰ মৰমে, পাপিয়াৰ আকুল আহ্বানে তাক অস্থিৰ কৰি তোলে। লাহে লাহে পাপিয়াহঁতৰ ঘৰৰ এজন হৈ পৰিল। এৰাব নোৱাৰা নিবিড় সম্বন্ধ এটি গঢ়ি উঠিল।

পাপিয়াই বেদব্ৰতৰ জীৱনৰ দিশ সলনি কৰি পেলালে। তাইঁৰ মৰম নেওচি সি ক'লৈকো যাব নোৱাৰা হ'ল। ঘৰৰ আনবোৰেও জানো তাক কম মৰম কৰে? সকলোৰেপৰা অনাবিল মৰম-চেনেহ পাই সি মুক্ত মনে অহা-যোৱা কৰিছিল।

—বেদব্ৰতৰ জীৱনলৈ অৱশেষত এনে এটি অধ্যায় নামি আহিছিল, যিটো অধ্যায়ৰ শেষ নাছিল। পাপিয়াৰ মৰম অবিহনে সি জীয়াই থকাৰ পথটিও অন্ধকাৰ দেখিলে। দিন-ৰাতি কেৱল পাপিয়াৰ প্ৰতিচ্ছবি দুলি থকা দেখিলে কেউকাষে।

দিনবোৰ পুৰণি হৈ অহাৰ লগে লগে সি কথা এটি অনুভৱ কৰিলে। সি যেন পাপিয়া আৰু নাৰ্জী মৌচুমৰ ওচৰ চাপি গৈছে। নিচেই ওচৰ চাপি গৈছে। দুজনী গাভৰুৰ লগত নিবিড় সম্বন্ধ গঢ়ি উঠিছে। কিহৰ এই সম্বন্ধ সি নিজেই যেন বুজিব নোৱাৰে। অথচ এৰাইয়ো চলিব নোৱাৰে। এজনীকো মৰম নকৰি নোৱাৰে বেদব্ৰতে।

•

পাপিয়া, সুন্দৰ নাম। মোহলগা নাম।
বন্দনা বাইদেৱে চিনাকী কৰি দিছিল প্ৰথমে।
ঘৰৰ সকলোৰে লগত চিনাকী হৈছিল বেদব্ৰতৰ।

লাহে লাহে নন্দনাই তাৰ ওপৰত অভিভাৱকৰ শাসনৰ কঢ়া চকু দিছিল। বেদব্ৰতৰ শুকান মুখ, ক্ষীণ চেহেৰা দেখিলে, খোৱা লোৱাৰ অনিয়মতাৰ বাবে তাক কথা শুনাইছিল। নিজৰ স্বাস্থ্যৰ প্ৰতি যত্ন লবলৈ তাক সকিয়াই দিছিল। চিন্তা ভাৱনাত মন অশান্ত হৈ থাকিলে বেদব্ৰতক চিন্তাৰ কাৰণ সুধি ব্যতিব্যস্ত কৰি তোলে। সেইজনী নন্দনাৰ মৰমৰ জোৰ তাগিদাখিনি কাহানিও পাহৰিব নোৱাৰে বেদব্ৰতে। নন্দনাৰ এভাগ যদি তাৰ বৌৱেক হ'লহেঁতেন!—

চন্দনাজনী সাংঘাতিক লাজকুৰীয়া। কম কথা কয়। মানুহৰ আগত নোলায়েই। হুলস্থুল পৰিবেশ সহ্য কৰিব নোৱাৰে। শেহলৈ তায়ো বেদব্ৰতৰ ওচৰত সহজ হৈ পৰিছিল।

আটাইতকৈ সৰুজনী কাকলি। বয়সতকৈ কথা বেছি জানে।

দেউতাক পদ্মশংকৰ বৰুৱা সহজ, সৰল উদাৰ মনৰ। কাকো অবিশ্বাস নকৰে। সকলো মানুহকে ভাল, পবিত্ৰ মনৰ বুলি তেওঁ ভাবে। এই গুণৰ বাবে তেওঁ কেইবাবাৰো বিপদত পৰিছিল। তথাপি তেওঁৰ মনৰ সলনি হোৱা নাই। ছোৱালীকেইজনীৰ সুখৰ বাবে তেওঁ অৱশ্যে চিন্তা নকৰা নহয়। সেয়ে সিহঁতে যি কৰে, তাত বাধা দিয়া নাছিল কোনো দিনে। ভাবিছিল, বাধা দিলে হয়তো বন্দনাহঁতে দুখ পাব।

সেইবাবেই বন্দনাই যিমান পঢ়িবলৈ ইচ্ছা কৰিছিল, সিমানেই পঢ়ুৱাইছে। কৃপণালি নকৰাকৈ পঢ়ুৱাইছে। অৱশ্যে ইমান পঢ়ি কোনো লাভো নাই। সেই কথা তেওঁ নুবুজা নহয়।

বেদব্ৰত তেওঁলোকৰ যিমানেই আপোন হৈ আহিছিল, সিমানে কথাবোৰ জানি আহিছিল। বন্দনা বাইদেউ ঘৰতে আছে। এনেয়ে থকা নাই। সাধু কথাৰ কিতাপ দুখন, শ্ৰীকৃষ্ণৰ শিশুলীলা অসমীয়া সহজ গদ্যলৈ ৰূপান্তৰ কৰিছে। কবিতা পুথি 'চানেকী', 'কৰণি' আৰু 'কবিতা কুঞ্জ' এই তিনিখন লিখি থৈছে। আৰু কিছুমান আধা লিখা নাইবা বিশৃংখলভাৱে লিখা অৱস্থাত আছে।

তথাপি বেদব্ৰতে পাপিয়াহঁতৰ ঘৰলৈ যোৱা প্ৰথম দিনটোৰ কথা পাহৰিব নোৱাৰে। বেদব্ৰতৰ চকু দুটা আকুলতা ভৰা অন্য এযুৰি চকুৰ ওপৰত নিবদ্ধ হৈছিল। সেইযুৰি পাপিয়াৰ চকু। পাপিয়াৰ সুললিত কণ্ঠৰপৰা নিগৰি ওলোৱা গীতৰ মূৰ্চ্ছনাত বেদব্ৰত মন্ত্ৰমুগ্ধ সাপৰ দৰে ৰৈ গৈছিল। তাৰ হৃদয়ে ইমানদিনে বিচাৰি অহা বস্তুটো যেন ওচৰতে পালে। এইজনী পাপিয়াৰ গীত শুনিবলৈ, চেতাৰত আঙুলি বুলোৱা চাবলৈ বেদব্ৰত সদায় গৈছিল। বেদব্ৰতে ভাবিছিল এইজনী পাপিয়া সদায় এইদৰে থাকক। কোনো দিনে নজহা-নপমা

এপাহি নিষ্পাপ স্ফুলৰ দৰে থাকক তেতিয়ালৈকে, যেতিয়ালৈকে তাইৰ আকণ্ঠ ভৰা সুৰ শুনি প্ৰকৃতি স্তব্ধ হৈ নাযায়, যেতিয়ালৈকে অমিয়পুৰৰ বুকুভেদি চিৰ প্ৰবাহিতা সৰযূ এবাৰ থমকি নৰয়।

নাজী মৌচুম মনে মনে ক্ষুণ্ণ হৈছিল। ইমান মৰম কৰে অথচ বেদব্ৰতে মূল্য দিব নোখোজে। দিনটোত কেতিয়াবা এবাৰ আহে, কোনোদিন নাহেই। তাই বুজে সি কিহৰ বাবে ইমান ব্যস্ত। সুবিধা পালে নাজীয়ে তাক টান কথা শুনাই দিবলৈ মনে মনে ভাবিলে। তথাপি সি নাহিলে নাজীৰ মনটো বেয়া লাগে। মতাই আনিবলৈ তাই সক কাগজ এডোখৰত চিঠি লিখে। কিবা ভাবি আকৌ ফালি পেলায়। তাৰ ওপৰত তাইৰ খং উঠে। কেতিয়াবা আবেলি, কেতিয়াবা ৰাতিপুৱা নাইবা গধূলি তাই বেদব্ৰতক বিচাৰি আহে। তাইৰ ব্যগ্ৰতা-খিনি সি উপলব্ধি নকৰা নহয়। তথাপি সি এইদৰে অকলে নাজী যোৱাটো পচন্দ কৰা নাই কিয় ? তাৰ ঘৰলৈ অকলে গ'লে কি হয় ? সিতো সিহঁতৰ ঘৰৰ মানুহ। 'বিদু দা' খুব ভাল। কালি তাইক বেদব্ৰতে এইবিষয়ে কিবা কৈছিল। মনত পেলাবলৈ চেষ্টা কৰিলে তাই।

যোৱা কালি তাই বেদব্ৰতৰ ঘৰলৈ গৈছিল। অকলে। কিছুসময় বহাৰ পিছত চাহ খাইছিল। এটা মুহূৰ্তত সি কৈছিল "নাজী !"

"—বিদু দা।"

"—তুমি এইদৰে অকলে নাহিবা ইয়ালৈ। মানুহে বৰ বেয়া কথা কিছুমান উলিয়াইছে তোমাক আৰু মোক লৈ। যিবোৰ কথা তোমাক মই কব নোৱাৰো। আমি ককাই ভনী। তেনে কথা শুনা পাপ।"

"—তেনেহ'লে আপুনি কিয় নাযায় আমাৰ ঘৰলৈ ? আপুনি নগ'লে মোৰ বৰ বেয়া লাগে। কওঁক যাব ?"

"যাম। ময়েই যাম বাৰু। তুমি আহিলেও কাৰোবাৰ লগত লৈ আহিবা। আমি যিমান পবিত্ৰভাৱেই নাথাকো, মানুহে বেয়াটো

ভাবিবই। এইটো বাঙ্খিব নোৱাৰা বয়স আমাৰ। গতিকে আমি নিজে সাৱধান হব লাগিব।"

"—মই যে আপোনাক ভাল পাওঁ বিদু দা।"

"—ময়ো তোমাক ভাল পাওঁ নাজী। কিন্তু ভনী হিচাপে।"

ক্ষন্তেক পিছত তাই উঠি আহিছিল। ভাবিছিল ঠেক মনৰ মানুহবোৰৰ কথা। সিহঁতৰ ওপৰত তাইৰ খং উঠি যায়।····

বেদব্রতৰ দুদিনমান অনুপস্থিতিয়ে পাপিয়াক হতাশ কৰি তুলিছিল। বেদব্রতৰ ওপৰত তাইৰ খং উঠে। কামত ব্যস্ত থাকিলেও সি এবাৰ তাইৰ ওচৰলৈ যোৱাটো তাই বিচাৰে। তাৰ কি কাম থাকিব পাৰে বাৰু? অকলশৰীয়া মানুহ। ৰান্ধনি আছে। বাহিৰা কাম কৰা মানুহ আছে। তেনেস্থলত তাৰ কৰিবলগীয়া কি আছে? তাই একো বুজি নাপায়। এটা স্থিৰ সিদ্ধান্তত আহিব নোৱাৰে। সদায় অহা মানুহজন হঠাতে নহা হ'ল কিয়? কিবা অসুখ হবও পাৰে। নাইবা ককায়েক-বৌয়েক কোনোবা ঘৰৰ পৰা আহিবও পাৰে। অশান্ত হৈ উঠে পাপিয়াৰ মন। এবাৰ তাৰ খবৰ কৰি আহিবলৈ থিৰাং কৰিলে। পিছ মুহূর্ততে নহাটোকে ঠিক কৰিলে। ৰাস্তাৰে গৈ থাকোঁতে ভোলাহঁতক দেখিলে তাইৰ ভয় লাগে। কেইদিনমান আগতে ভোলা, ৰমা আৰু ৰত্নেশ্বৰহঁতে তাইক 'বেদ' বুলি জোকাইছিল। তাইৰ লাজ লাগি গৈছিল। খঙো উঠিছিল। সেয়ে তাইৰ যাবলৈ ভয় লাগে। বেদব্রত অহালৈ বাট চাই তাই ঘৰতে থাকিল। মাজে মাজে দুই এবাৰ ৰাস্তালৈ ভুমুকি মাৰি চাইছিল, জানোছা বেদব্রত আহিছেই?······

সিহঁতৰ মনৰ কথাবোৰ, ভৰা কথাবোৰ বেদব্রতে জানিছিল। সিহঁতৰ কথা বতৰাতেই প্রকাশ পাইছিল।

সি জানে নাজী মৌচুম চৌধুৰীৰ অভিনয় দক্ষতা আৰু পাপিয়াৰ মুহিব পৰা এটি সুললিত কণ্ঠ আছে। দুয়োজনী পাভকক জৈ কেতিয়াবা বেদব্রত বিপাঙতো পৰিছিল।

ঈর্ষা নাৰী জাতিৰ অলঙ্কাৰ স্বৰূপ। ঈর্ষা অবিহনে নাৰীজাতিৰ

প্ৰীতি, ভালপোৱা ইমান সুন্দৰভাৱে কেতিয়াও প্ৰকাশ নেপালেহেঁতেন। তেনে ঈৰ্ষাৰ অনলত সি কেইবাবাৰো পৰিবলগীয়া হৈছিল।

সিহঁতক যিমান গভীৰভাৱে ভালপায়, সেইকথা পৰস্পৰে জানে। পাপিয়াক ভালপোৱা বাবে নাৰ্জীয়ে আৰু নাৰ্জীক ভাল পোৱা বাবে পাপিয়াই তাক কেতিয়াবা কথাৰে থকা-সৰকা কৰে। তাকে লৈয়েই এবাৰ দুয়োঘৰৰ মাজত মনোমালিন্যৰ সৃষ্টি হৈছিল। শেষত বহু কথা বুজাই, বহু চেষ্টা কৰি দুখন ঘৰৰ মাজত একতাৰ বীজ ৰোপণ কৰিছিল। কিন্তু বেছি দিন নিটিকিল। একতাৰ ডোল ছিগি গ'ল। তেল পানী নিমিলাৰ দৰে দুখন ঘৰৰ দুখন হৃদয়ৰ লগ লগাব নোৱাৰিলে। বেদব্ৰত আগৰ দৰে থাকিল। নাৰ্জীৰ অন্তৰত তাৰ প্ৰতি থকা অনাবিল ভালপোৱাৰ কথা বেদব্ৰতে বুজে। সেই ভালপোৱাৰ মাজত লুকাই আছে মাতৃস্নেহৰ গোপন আকুতি। সি সেই ভাবেই লৈছে। তাইক 'ভনী' হিচাপে গ্ৰহণ কৰিছে। সেই কাৰণেই তাইৰ মৰম চেনেহক বেলেগ দৃষ্টিৰে মূল্যাঙ্কন কৰিছে। সিহঁতৰ সেই মৰম-চেনেহ ভাই ভনীৰ চেনেহ। ইয়াৰ মাজত কোনো কলুষতা থাকিব নোৱাৰে। সেই মৰমৰ বাবেই জানো নাৰ্জীয়ে বেদব্ৰতৰ ব্যক্তিগত জীৱনলৈ আঙুলিয়াই দিয়া নাই? হৃদয়ৰ এক অতল তলিত নাৰ্জীৰ মৰমখিনি সি সযত্নে সাঁচি ৰাখিলে।

বেদব্ৰত গৈ থাকে। নাৰ্জীৰ ঘৰলৈ। পাপিয়াৰ ঘৰলৈ। কিন্তু কোনোজনীকে নকয়, সি ক'লৈ যাব, ক'লৈ গৈছিল। তাৰ ইচ্ছামতে সি ফুৰিব, থাকিব। আন কাৰোবাক কৈ মিছাতে ঈৰ্ষাত জ্বলিব দিব কিয়? সি নকয়। কেৱল গৈ থাকে।

বেদব্ৰত গৈছিল পাপিয়াৰ ঘৰলৈ। পাপিয়াৰ ওচৰ চাপিল আন দিনাৰ দৰে। পাপিয়াৰ ওক্ষোন্দ লাগিছে। সৰু কোঠা এটাত সোমাই আছে। বৰষুণত তিতা শালিকাজনীৰ দৰে জুপুকা মাৰি বহি আছে। বেদব্ৰতে বহুবাৰ মাতিও কোনো সঁহাৰি নেপাই কোঠাটোৰ পৰা উচাৎ মাৰি ওলাই আহিছিল। লগে লগে পাপিয়াই "বিদু দা" "বিদু দা" বুলি দৌৰি বাহিৰ ওলাই আহিছিল। পাপিয়াই "ক'লৈ যায়নো" বুলি হাতখনত ধৰি ভিতৰলৈ টানি নিছিল। এইজনী

পাপিয়াৰ অন্তৰ নিগৰি ওলোৱা মৰমখিনিত অকণো কৃত্রিমতা নাই বুলি সি জানে। সেই মৰমত গোপনীয়তাৰ লুকা-ভাকু লেশ মাত্রও নাই। পাপিয়াক এজনী 'নাৰী' হিচাপে গঢ়ি তুলিবলৈ দৃঢ় সংকল্প ললে বেদব্রতে। মৰত কামত বহুৱাই লৈ, বাস্তাত ফুৰোঁতে হাতত ধৰি বহু কথা বুজালে। যিবোৰ কথাই পাপিয়াৰ ভৱিষ্যত জীৱনৰ কাঁইটীয়া পথ নিষ্কণ্টক হৈ আগুৱাই যোৱাত সমল হব পাৰে। যিবোৰ কথাই তাইৰ জীৱনলৈ সাহস আনিব পাৰে। তাইক মহিয়সী নাৰী হিচাবে গঢ়ি তুলিবলৈ সক্ষম হব পাৰে।

বেদব্রতে কৈছিল,—"আমি ভাগ্যৰ ওপৰত নির্ভৰশীল। কিন্তু বহি থাকিলে ভাগ্যই আমাক খুৱাবনে? কেতিয়াও নুখুৱায়। ভাগ্য মানুহে গঢ়িব নোৱাৰে? কথাষাৰ সম্পূর্ণ যুক্তিহীন। তুমি হয়তো কবা 'ভাগ্যৰ বলতে আপুনি দেখোন অগাধ সম্পত্তিৰ মালিক হ'ল।' কিন্তু এইয়া মোৰ সৌভাগ্য নে দুর্ভাগ্য এতিয়াও জুখিবৰ হোৱা নাই।"

"ভাৰতীয় জীৱন, অন্ধবিশ্বাস আৰু ভাগ্যৰ ওপৰত প্রতিষ্ঠিত। সংগ্রাম নকৰিলে ভাগ্যই জীয়াই থকাৰ পথ পোহৰাই নোতোলে। অসমৰ কথাকে নোচোৱা কিয়, এদলে পৰাধীনতাৰ শিকলি ছিঙিবলৈ গৈ প্রাণ আহুতি দিলে ভাগ্যক ধিয়াই। আনদলে দুর্ভাগ্য আঁতৰাবৰ মনেৰে বিদেশীৰ পদতলত মূৰ দোঁৱাইছে। তুমি কাৰ ভাগ্য কেনেকৈ বুজিবা?"

মাজতে পাপিয়াই মাত দিলে—"আমিনো কি কৰিব লাগে? আগুৱাই যোৱাৰ মুক্ত পথ দেখুৱাই দিলে যাব পাৰো। সাহস আছে। সংগী নাই। কেউফালে এন্ধাৰহে দেখো। পোহৰ নেদেখো।"

"নহয় পাপিয়া" বেদব্রতে ক'লে,—"আগুৱাই যোৱাৰ আগতে নিজক বিশ্বাস আৰু মর্য্যাদাৰ ভেঁটিত বহুৱাই লব লাগিব। সেই ভেঁটি গঢ়িবলৈ আমাৰ পূর্বপুৰুষসকলৰ চিনাকীৰ গোন্ধ নিদিলেও হব। নাৰী জাতিৰ বাবে সোণ খটোৱা অলঙ্কাৰসমূহৰ লগতে লাগে সৌন্দর্য্য, মাধুর্য্য আৰু কমনীয়তা। এই ত্রিবেণী সঙ্গমৰ যোগছন্দিত অঙ্কুৰিত হোৱা স্বাভাৱিক ৰুচিবোধ, সৌজন্য আৰু মিঠা ভাষাৰ

প্ৰয়োজন। পুৰুষৰ যাৰে এইবোৰৰ উপৰিও বুদ্ধি, দুঃসাহস আৰু লাগে ধৈৰ্য্য। কথাবোৰ নীৰস লাগিছে নহয়? নিৰস হ'লেও সম্পূৰ্ণ সত্য কথা। জীৱনটো গঢ় দিবলৈ হ'লে আমি আত্ম সংযমৰ বহুতীয়া আমি হবই লাগিব।" অলপ বৈ পাপিয়াৰ মুখলৈ চালে সি। তাই গম্ভীৰভাৱে বহি তাৰ ফালে চাই আছে। তাৰ কথাত গুৰুত্ব দিছে নে নাই সি নুবুজিলে। সি যাবলৈ উঠিল।

"যাওঁ পাপিয়া। নিশা বহুত হ'ল। বৰযুণ আহিব।"

"—বিদু দা!" পাপিয়াই ওচৰ চাপি আহিল।

"—হু!"

"—কাইলৈ আহিব নে নাই?"

"—চাওঁচোন বাৰু নিশাটো কিদৰে কাটি যায়। নমৰো যদি আহিম। নাহোঁ বুলি কৈয়ো সদায় আহিয়েই আছো। কাইলৈও আহিম বাৰু। মই সদায় আহিলে তোমালোকে বেয়া নোপোৱা? আমনি নোপোৱা?"

"—তেনে ব্যৱহাৰ আপুনি কেতিয়াবা আমাৰপৰা পাইছে নেকি?"

"—ওহোঁ, নাই পোৱা।"

"—নিজে কিছুমান কথা ভাবি লব নেপায়।"

"—ঠিক আছে, নাভাবো বাৰু। 'বেয়া পাইছা?"

"—ওঁ। আপোনাক বেয়া পাইছোঁ।" পাপিয়াৰ কথাত অভিমানৰ সুৰ সুস্পষ্ট।

"—উৰা! মইনো কি কৰিলো আৰু'?"

"—সোনকালে আহিম বুলি কৈনো কিয় নাহে? নিজে সময় দি সময়মতে আহিব নোৱাৰে। পলমকৈ আহিব আৰু আহিয়েই 'যাওঁ যাওঁ" লগাব।"

"—ধৎ নকৰিবা পাপিয়া।" দুখত কৈ গ'ল বেসত্ৰতে। "তুমিতো জানা, পৃথিৱীত মই বৰ অকলশৰীয়া। মোৰ কোনো নাই। মই যেন কাৰোবাক মৰম কৰিবলৈ আৰু কাৰোবাৰপৰা মৰম এধানিমান পাবলৈ জীয়াই আছো। সেইখিনিৰপৰাও যদি

কেতিয়াবা মই বঞ্চিত হবলগীয়া হয়, তেন্তে মোৰ কেঁচা কলিজা ফালি নিগৰি নিগৰি ওলাই আহিব ৰঙা ৰঙা তেজ। মই বলিয়া হৈ যাম। মই মৰি যাম পাপিয়া।" পাপিয়াৰ হাত দুখন তাৰ হাতৰ মাজত সুমুৱাই ললে।

"—আপোনাক একো কব নোৱাৰি। বৰ——"

পাপিয়াৰ কথাষাৰ শেষ নৌহওঁতেই বেদব্ৰতে ক'লে—"মৰ 'চেন্টিমেন্টাল' নহয়নে? সকলোৰেপৰা পিতৃ-মাতৃৰ স্নেহৰপৰা বঞ্চিত হৈ মৰম আকলুৱা হৈ মই কেৱল ঘূৰি ফুৰিছো। ককাইদেউ, নবৌৰ বহু নিৰ্য্যাতন ভুগি ইয়াতে উঠিছোহি। আজিলৈ ককাই-দেউহঁতৰ মুখ চাবলৈ উভতি যোৱা নাই। ককাইদেৱেও মোক বিচৰা নাই। মোমাইদেউৰ মৃত্যুৰ খবৰ কৰিবলৈ, সকামত এবাৰ দেখা দিবলৈ, খবৰ পঠিওৱা সত্ত্বেও নাছিল। পিছলৈ মোৰ কি হয় নাজানো। মোৰ আপোন কোনো নাই। সেয়ে কোনোবাই আপোন বুলি সাৱটি ললে মই সকলো দুখ-বেদনা ক্লান্তি পাহৰি যাওঁ।" বেদব্ৰতৰ চকু দুটা সেমেকি উঠিছিল। মাতটো থোকা-থুকি হৈছিল আৰু কথা কওঁতে তলৰ ওঁঠটো বৈ বৈ কঁপিছিল। ঘৰৰ ভিতৰৰ জ্বলি থকা লেম্পৰ পোহৰ এচেৰেঙা খোলা খিৰিকী-খনৰ মাজেদি আহি পাপিয়াৰ মুখমণ্ডল পোহৰাই তুলিছিল। সেই পোহৰত বেদব্ৰতে দেখিছিল পাপিয়াৰ দুগালত দুলানি জিলিঙনি। চকুলো বাগৰিছে। পাপিয়াই কান্দিছে। সি সোঁহাতখনেৰে তাইৰ অশ্ৰু যুগল মচি দি ক'লে,—"তুমি কান্দিছা? ছিঃ নাপায় নহয়।" খিৰিকীখন কোনোবাই বন্ধ তুৰি দিছিল। কিছুসময় নীৰৱ। বাহিৰত অন্ধকাৰ। মাজে মাজে কেৱল বিজুলীৰ চিকমিকনিয়ে বাহিৰত বৈ থকা দুটি প্ৰাণীৰ উপস্থিতি পোহৰাই তোলেহি। ক্ষন্তেকৰ বাবে।

"পাপিয়া!"

"কওঁক, বিদু দা।"

"মই যাওঁ। ৰবৰ্ম্ভণ দিব এতিয়া।"

"'ভাত খাই যাওঁক। দহ বাজিবৰ হ'ল।"

"বাজক দহটা। কিন্তু ভাত আজি নাখাওঁ। আন দিনা খাম বাৰু। যাওঁ দেই। গুড্ নাইট।"

"এক মিনিট।" বুলি তাই ভিতৰলৈ দৌৰি সোমাই গ'ল। ক্ষন্তেক পিছতে ছাতি এটা লৈ আহি বেদব্ৰতৰ হাতত দি ক'লে,— "ছাতিটো লৈ যাওক। ৰাস্তাতে বৰষুণে পালে বিপদ হব।"

"নাই, নাই, মই ঘৰ পামগৈ। বৰষুণ নাহে।"

কথাষাৰ কৰলৈহে পালে বেদব্ৰতে। ভিতৰৰপৰা নন্দনা আৰু চন্দনা দুয়োজনী আহি বেদব্ৰতক আক্ৰমণ কৰিলেহি।

"ছাতিটো লৈ গলেনো কি হয় আপোনাৰ ? নিয়ক ভালে ভালে।" নন্দনাৰ মৰম মিহলি আদেশ।

"বৰষুণত তিতিলে বেমাৰ হব। তেতিয়া কোনে চাব আপোনাক ?" চন্দনাৰ কথাৰ সুৰত অনুকম্পা।

"ঠিক আছে, দিয়া", বুলি বেদব্ৰতে ছাতিটো হাতত লৈ পুনৰ ক'লে—"তোমালোকে মোৰ কাৰণে ইমান ভাবা, মোক ইমান মৰম কৰা। এই মৰমৰ ঋণ মই কেতিয়া কেনেকৈ পৰিশোধ কৰিম বাৰু ? আচ্ছা, যাওঁ। গুড নাইট।"

"কাইলৈ আহিব কিন্তু। গুড্ নাইট।" পাপিয়াই কৈ থিয় দি ৰল। নন্দনা, চন্দনা ভিতৰ সোমাই গ'ল।

বেদব্ৰত আহি গেটৰ ওচৰৰপৰা বাৰাণ্ডালৈ চাই পঠিয়ালে। তেতিয়াও এন্ধাৰতে বাৰাণ্ডাখনত ৰৈ থকা পাপিয়াক দেখিলে বিজুলীৰ পোহৰত। পাপিয়াই থিয় দি তাৰ ফালে চাই আছে। সি হাতখন জোকাৰি বিদায় লৈ গুছি গ'ল। পাপিয়াই দীঘল হুমুনিয়াহ এটি কাঢ়ি ভিতৰ সোমাল।

বৰষুণ আহিছিল ধাৰাসাৰে। কাৰোবাৰ মনৰ দুৰ্বাৰ আকাঙ্ক্ষা পূৰাবলৈ কলহৰ কাণেদি বৰষুণ বাগৰিছিল। চাৰিওফালে দুখৰ তপত নিশ্বাস। খেতিপথাৰত পানী নাই। খেতিয়কসকলৰ মন ভাঙি পৰিছিল। কপাহ, শাওনা, বেণুইঁতে আগন্তুক দুখত কান্দিছিল।

বেদব্ৰতৰো দুখ লাগে। দেশ-মাতৃৰ মুক্তিৰ বাবে একাৰে তেজৰ সোঁত বৈ গ'ল। আনফালে নিজৰ প্ৰাণৰ মুক্তিৰ বাবে খোৱা মুঠিৰ চিন্তাত চকুলোৰ সোঁত বব লাগিছে। নানা কৰ-কাটল বহুৱাইছে মূঠিহ চৰকাৰে প্ৰজাৰ ওপৰত। মুক্ত কণ্ঠে কোনো কথাই কব নোৱাৰে। দৈহিক নিৰ্য্যাতন ভুগিব লগা হয়। পৰাধীনতাৰ নাগ-পাশ খুলিবলৈ গান্ধীজীয়ে কৰা অহিংস সংগ্ৰাম ফলৱতী হবলৈ সি মনতে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়।

অকণমান ছাতিটোৰে বৰষুণৰপৰা সি নিজকে ৰক্ষা কৰিবপৰা নাছিল। মূৰটোৰ বাহিৰে কাপোৰ-কানি তিতি গৈছিল। ঘৰলৈ আহি কাপোৰ সলাই ভাতকেইটা খাই ললে। বঘু টোপনিত।

দিনটোৰ অৱসন্নতা, ক্লান্তি গুচাই অলপ শান্তি লোৱাৰ প্ৰয়াসেৰে সিও শুই পৰিল।----

আকাশ মুকলি হৈছিল। পৰাধীনতাৰ বন্ধ কোঠাৰপৰা মানুহ-জাক বাহিৰলৈ আহিছিল অলপ মুক্ত বতাহ বিচাৰি। কপৌ এহালিয়ে ক'ৰবাৰপৰা উৰি আহি শান্তিৰ বতৰা দিছিল। বাহৰপৰা ওলাই ঘৰৰ চালত পৰি পাৰ চৰাইৰ জাকটোৱে জপ দিছিল। ভাৰত স্বাধীন হ'ল। লগতে অসমেও জপ সলালে। দেশখনৰ বাবে বেদব্ৰতে একো কৰিব নোৱাৰিলে। ঘৰত থকা অৱস্থাত ককায়েকে বাধা দিছিল। তেওঁ নিজেও আঁতৰি আছিল। বেদব্ৰতেও যাতে এইবোৰৰপৰা আঁতৰি থাকে, সেই বিষয়ে নানা উপদেশ দি গুৱাহাটী, কলিকতালৈ সঘনে চিঠি দিছিল। একমাত্ৰ ভৰযাৰ থল ককায়েকৰ কথামতেই সি আঁতৰি থাকিল। নহ'লে সিও ভলন্টিয়াৰ দলে যোগ দিব পাৰিলেহেঁতেন। এদলে যুঁজি প্ৰাণ আহুতি দি, কষ্ট স্বীকাৰ কৰি স্বাধীনতা আনিব আৰু সেই স্বাধীনতা সকলোৰে ভোগ কৰিব। তাৰ মনলৈ অনুশোচনা আহে।——

সি হিচাব কৰি চালে অমিয়পুৰত সি দুবছৰ অতিবাহিত কৰিলে । দিনবোৰ কেতিয়া শেষ হৈ গ'ল সি কবই নোৱাৰে । এই দুবছৰত সি লাভ কৰিলে দুজনী ছোৱালীৰ সান্নিধ্য মাথোন । দুয়োজনী তাৰ ভনীয়েক । এজনী বুজা হৈছে । সেইজনী নাজী । আনজনী পাপিয়া । সি তাইক 'এজনী ছোৱালী' হিচাবে ভাল আদৰ্শেৰে গঢ়ি তুলিব । তাই সৰু ছোৱালী । গঢ় দিলে গঢ় লব ।

নাজীৰ ওপৰত তাৰ বিশ্বাস হেৰাই গৈছে । তাইৰ যি ইচ্ছা তাকে কৰি ফুৰে । তাইৰ ওপৰত ভাল ভাব নোহোৱা হৈছে । তাই কোনো কথাই নুশুনে । তাইৰ বিষয়ে সি বহুত কথা শুনি আহিছে । তাৰ খং উঠে ।

সি গৈ নাজীৰ ওচৰ পালেগৈ । কিবা এটি নে দুটি কথা সোধাৰ পিছতে দুজনী ছোৱালী কোঠাটোলৈ সোমাই আহিলত বেদব্ৰত ওলাই আহি নাজীৰ মাকৰ ওচৰ পালে । দুয়ো বহি বহি কথা বতৰা হ'ল ।

নাজীৰ মাকে কৈছিল নিজৰ কথা, পৰিয়ালটোৰ কথা । নাজীৰ কথা আৰু সঞ্জীৱৰ কথা ।

ভায়েক-ভনীয়েক হালক হিয়া উজাৰি মৰম কৰে মাক-দেউতাকে । সেইবাবেই হওক বা তাইৰ স্বভাৱৰ দোষতে হওক, আজিকালি তাই সলনি হৈছে । তাইৰ জীৱনলৈ কিবা এটা বেয়া পৰিবৰ্তন নামি আহিছে । সকলোৱে দেখিছে । তাইক বুজাইছে । কিন্তু কাৰো কথা নামানে । তাইৰ সেই পৰিবৰ্তনে সমাজৰ দৃষ্টিৰপৰা এৰাই চলিব নোৱাৰে । সমালোচনাৰ প্ৰান্ত্ৰী নহৈ নোৱাৰে । তাইক লৈয়েই মাক দেউতাকৰ শান্তি নোহোৱা হৈছে । যাৰে-তাৰে লগত হলি-গলি আৰম্ভ কৰি দিছে । বেদব্ৰতে মাকৰ মৰ্মান্তিক বেদনাৰ কথা বুজে । সি নাজীৰ মাকক কৈছিল—"খুৰীদেউ, এটি কথা কওঁ । আপোনালোকে ভাবি চাব । আপোনালোকৰ অশান্তিৰ কাৰণসমূহ এইমাত্ৰ যে বৰ্ণাই উঠিল, তাৰ বাবে নাজীক আপোনালোকে অগৰীয়া কৰিব নোৱাৰে । তাই উঠি অহা ছোৱালী । তাইৰ প্ৰয়োজনীয়খিনি

বিচাৰিবই। আপোনালোকে একেজনী ছোৱালী বুলি তাইক আৰু কিমান দিন ঘৰত সুমুৱাই ৰাখে কওকচোন। এইটো তাইৰ বয়সৰ দোষ। আপোনালোকে তাইক বিয়া দিয়াৰ চেষ্টা কৰক।"

"চেষ্টাটো কৰিয়েই আছো বোপা। প্ৰস্তাৱ দুই এঠাইৰ পৰা আহিছে যদিও মনে মিলা নাই।"

"—সোনকালে কিবা এটা কৰক। ঘৰত গাভৰু ছোৱালী ৰাখি থোৱা আৰু ফেটী সাপ পোহা একেই সমান।"

"ঠিকেই কৈছা বোপা।" বুলি মাকে দুখৰ নিশ্বাস কাঢ়িলে।

নাৰ্জীৰ কোঠাৰপৰা ছোৱালী দুজনী ওলাই যোৱা দেখি মাকে কলে—"তুমি নাৰ্জীৰ কোঠালৈকে যোৱা বোপা। মোৰ অলপ কাম আছে, ৰাতিও হ'ল।" কথাখিনি কৈয়ে মাক উঠি গ'ল।

বেদব্ৰত উঠি গৈ নাৰ্জীৰ কোঠাত সোমোৱা মাজৰ দুৱাৰখনৰ পৰ্দাখন অলপ আঁতৰাই এহাতেৰে ধৰি, আনখন হাতেৰে দুৱাৰত ভেঁজা দি মাত দিলে—"নাৰ্জী।"

"বিদু দা। আহক।"

বেদব্ৰত সোমাই গৈ চকীখনত বহিল।

"—কি খবৰ আপোনাৰ?" নাৰ্জীয়ে সুধিলে।

"ভালেই। তোমাৰ কেনেকুৱা, মানে দেহ-মন?" বেদব্ৰতৰ প্ৰশ্নত নাৰ্জী অলপ যেন সচকিত হৈ উঠিল।

"—মোৰো ভাল। কিন্তু আপুনি তেনেকৈ সুধিছে কিয়?"

"—তোমাৰ চাল-চলনত মই বেয়া পাইছো। মই তেনেকৈ সোধাৰ কাৰণ আছে।" বেদব্ৰতে নাৰ্জীৰ প্ৰশ্নটোৰ বাবে পোৱা সুবিধাকণ এৰি নিদিলে। ক'লে—"তুমি কাকো নমনা হৈছা। মোৰ উপদেশবোৰ দলিয়াই পেলাইছা। 'ভনী' বুলি মই গ্ৰহণ কৰিছিলো আৰু তুমিও মোক 'ককাইদেউ' হিচাবে গ্ৰহণ কৰিছিলা।" সি কৈ গ'ল।

আচৰিত হোৱাৰ দৰে নাৰ্জীয়ে সুধিলে—"কি হ'লনো? মই কি কৰিলো?"

অলপ বাঢ়ভাবে বেদব্ৰতে কৈ গ'ল—"কি কথা নাই তাকে নোসোধা কিয় ? গোলাম মাবোৱাৰী ডেকা গৌৰ ৰতনৰ লগত তোমাৰ কিহৰ সম্বন্ধ ? তোমাৰ কিহৰ অভাৱ হৈছে মই নুবুজো। গৌৰ ৰতনৰ সৎসাহ থাকিলে তোমালোকৰ ঘৰলৈ সি এদিন নিশ্চয় আহিলহেঁতেন নাৰ্জী। কিন্তু সেইকণ সাহস তাৰ নাই। সি সজীৱক ভয় কৰে। তাৰ অন্তৰত তোমাৰ প্ৰতি নিস্বাৰ্থ মৰম থাকিলে মুকলিমূৰীয়াকৈ অবাধ গতিৰে অহা-যোৱা কৰিব পাৰিলেহেঁতেন। সমাজ ব্যৱস্থাৰে আমি পৰিচালিত। আনহাতে তোমালোকৰ ঘৰখনৰ সমাজত এটা সুকীয়া মৰ্য্যাদা আছে। সেই মৰ্য্যাদা ক্ষুণ্ণ হব দিছা কিয় ? এজন পৰ, বেলেগ সম্প্ৰদায়ৰ ডেকাৰ সৈতে ঘুৰি বহুত পলমকৈ আহা ঘৰলৈ। ছিঃ ছিঃ ! লাজ লাগে নাৰ্জী। মই এইবোৰ ভাল নাপাওঁ।" কিবা এটি ভাৱি সি বৈ গ'ল।

নাৰ্জীয়ে খণ্ডত ৰঙা হৈ উঠা চকু যুৰিৰে মাজে মাজে বেদব্ৰতলৈ চাই পেনটোৰে কাগজ এখনত কিবা লিখিছিল। আকৌ কাটি দিছিল লিখাবোৰ। দীঘল দীঘল আঁচ টানি কিবা আঁকে আৰু কাটে।

বেদব্ৰতে এইবাৰ অলপ কোমলভাৱে ক'লে—"তুমি হয়তো কবা—এইবোৰ কোৱাৰ মোৰ কোনো অধিকাৰ নাই। মই তোমালোকৰ কোনো নহওঁ। তেতিয়া মোৰ কোনো উপায় নাই। কিন্তু এই-কাৰণেই কৈছো, এদিন তুমি মোৰ হাতত ধৰি কৈছিলা—'বিদু দা আপুনি মোৰ ককাইদেউ। মোৰ জীৱনটো আপুনি গঢ়িব। কিন্তু তুমি মোক ককাইদেউ হিচাবে মানি চলিছা জানো ? ঘৰখনৰ প্ৰত্যেককে তুমি ফাঁকি দিব আৰম্ভ কৰিছা। মোক ফাঁকি দিছা। গোটেই সমাজক ফাঁকি দিবৰ চেষ্টা কৰিছা। এইবিলাক মই ঘৃণ কৰোঁ।" সি নাৰ্জীয়ে আঁকি থকা কাগজখনলৈ লক্ষ্য কৰিলে। লগে লগে কাগজখনৰ ওপৰত টপ্‌কৈ এটোপাল চকুপানী পৰি গ'ল। কিবা আঁকি থকা তাইৰ হাতখন অৱশ হৈ পৰিছে। এটা মৃদু অস্পষ্ট উচুপনি তাৰ কাণত পৰিল।

নাজীয়ে কান্দিছে। কান্দক। তাৰ আপত্তি নাই অকণো। দুখাৰ টান কথা কৈ এজনী দুষ্ট ছোৱালীক যদি শান্ত কৰিব পাৰি, বেয়া ছোৱালী এজনী ভাল কৰিব পাৰি, ঘৰখনৰ লাঘৱ হব খোজা আত্ম-সন্মান যদি ঘুৰাই আনিব পাৰি, তেন্তে নাজীয়ে আৰু জোৰে চিঞৰি কান্দিলেও তাৰ আপত্তি নাই।

অলপ কোমলভাৱেই সি ক'লে---"চোৱা গৌৰ ৰতন পুৰুষ। তাৰ চৰিত্ৰত কলঙ্ক পৰিলেও সি কলঙ্কীয়া। বেয়া চৰিত্ৰৰ বুলি এইখন সমাজে আজি তাক হাঁহিলেও কাইলৈ ভালহে পৰিব। নতুবা আন ঠাইত গৈ অকলশৰে সিখন সমাজৰ লগত মিলি পৰিব। তাৰ অতীতৰ চৰিত্ৰৰ বিষয়ে কোনেও সুধিবলৈ নাযায়। তুমি ছোৱালী। অকলশৰে ক'লৈ যাবা? কাৰ লগত সংগ্ৰাম কৰিবা? তোমাৰ পৰিচয় দিবলৈ যাওঁতেই বিপদ। তোমালোক আবৃৰত থাকিব লাগে। কিতাপ পঢ়ি কিছুমান কথা অনুসৰণ কৰিলেই নচলিব। তোমাৰ শিক্ষা আছে, তুমি বুজা হৈছা। কিন্তু মই কোৱা নাই যে, তুমি গৌৰ ৰতনক নামাতিবা, কোনো ডেকা ল'ৰাক নামাতিবা। নিশ্চয় মাতিবা। কিন্তু মাৰ্জিতভাৱে। আমাৰতো এখন সমাজ আছে। সেই সমাজে বান্ধি দিয়া সীমা অতিক্ৰম কৰিব নাপায়। সমাজখনক আমি সমীহ কৰি চলিব লাগিব। আজি কটু সমালোচনা কৰিছে তোমাৰ, গৌৰ ৰতনৰ নহয়। সেয়ে---"। বেদব্ৰতৰ কথা শেষ নহ'ল।

নাজীয়ে—"আপুনি ওলাই যাওক! আপুনি ওলাই যাওক! উপদেশ দিবলৈ আপুনি মোৰ কোনো নহয়" বুলি কৈ বিচনাখনত দীঘল দি পৰি হুকহুকাই কান্দি উঠিল।

বেদব্ৰতৰ মুখত কোনোবাই যেন ক'লা ৰং এসোপা সানি দিলেহি। নাজীয়ে তেনেকৈ কোৱাত ভীষণ লাজ পালে। কি কৰিব কি নকৰিব ভাবি "তুমি বৰ চেন্টিমেন্টেল—" বুলি কাকো মাত নিদিয়াকৈ ওলাই আহিল।

ভাবিছিল—'এইজনী নাজীতকৈ পাপিয়া বহুত ভাল ছোৱালী।

'পাপিয়াক বুজালে বুজে। নাজীয়ে তাক অপমান কৰিলে। প্ৰতিশোধ ললে।' সেইবোৰকে ভাবি ভাবি সি ঘৰ পালেহি।

বহুদিন হ'ল নাজীহঁতৰ ঘৰলৈ বেদব্ৰত যোৱা নাই। তাইৰ ককায়েক সজীৱ এটা গোৱাঁৰ। হয়তো কাপুৰুষ। নাইবা তাৰ নিজৰেই দুৰ্বলতা। চিপাহীৰ লগত ঘূৰে। মদ খায়। পঢ়া-শুনা এৰি দিছে। খাবৰ সময়ত আৰু শুবৰ সময়ত ঘৰ চাপে। ভনীয়েক নাজীক শাসন কৰা শক্তিও তাৰ নাই। যিহেতু সি নিজেও ভাল নহয়। দেউতাক কুমুদ চৌধুৰীৰ মন ভাঙি গৈছে। তেওঁৰ দুখ ল'ৰা ছোৱালী এটাও 'মানুহ' কৰিব নোৱাৰিলে। বেদনাৰ হা-হুতাশ লৈ অশান্তিৰে দিন কটাইছে। ঘৰখনৰ অধঃপতন দেখি মাকে কান্দিছে। ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছে।

সেইদিনা নাজীয়ে টান কথা শুনাই দিয়া বাবে সি অপমান বোধ কৰিছে। সিহঁতৰ ঘৰলৈ সি কেতিয়াও নাযায় বুলি মনতে এবাৰ প্ৰতিজ্ঞা কৰিছে যেতিয়া নাযায়। ঘৰখনৰ অশান্তিৰ বাবে তাৰ মনটোও বেয়া। সেইটোও এটা কাৰণ নোযোৱাৰ।

নিজৰ ঘৰখনক লৈয়ে সি ব্যস্ত। মোমাইদেৱেকে আধি দিয়া মাটিবোৰ নিজে খেতি কৰিবলৈ হাতলৈ আনিলে। গৰু কিনিছে এহাল। হালোৱা ৰাখিছে। ইটো সিটো কৰাইছে।

এদিন কাপোৰ-কানি পিন্ধি ক'ৰবালৈ যাব ওলাইছে। এনেতে নাজী কোঠাটোলৈ সোমাই আহিল। হাতত এটা বেগ। থিয় দি বেদব্ৰতৰ ফালে চাই ৰ'ল নাজীয়ে। হাতত বেগটো দেখি নাজীক যেন এটা নতুন ৰূপত দেখিলে বেদব্ৰতে। হাতত বেগ লোৱা ছোৱালী, মহিলা সি কলিকতাতহে দেখিছিল। নাজীৰ অপ্ৰত্যাশিত আগমনত সি অলপ অপ্ৰস্তুত হ'ল। তাইৰ আবেগ সনা চকুযুৰিয়ে বহু কথাই তাৰ সমুখত দাঙি ধৰিবলৈ প্ৰয়াস কৰা বুলি তাৰ ভাব হ'ল।

"—নাজী, বহা।" চকীখন অলপ আগুৱাই দি সি থিয় দি ৰ'ল। তাই বহিল।

"—বিদু দা !"

"—কোৱা ।"

"—আপুনি আমাৰ ঘৰলৈ যাব এৰি দিলে কিয় ? মোক বেয়া পাইছে ?"

"—ধুমুহা আহি ঘৰটো উৰুৱাই নিব বুলি নাইবা কোঠাটো বিশৃঙ্খল কৰি তুলিব বুলি দুৱাৰ খিৰিকীবোৰ বন্ধ কৰি দিছো। সাৱধান হৈছো ।"

"—মই বুজা নাই আপোনাৰ কথা ।"

"—মই বিপদৰ সংকেত পাইছো ।"

"—পোনপটীয়াকৈ কওক না। কম্প্লিকেটেড্ কথাবোৰ বুজিবলৈ মই বৰ টান পাওঁ ।"

"—এবাৰ দুবাৰকৈ তুমি পৰোক্ষভাৱে মোক তিনিবাৰ অপমান কৰিছা। তোমাৰ যুক্তিবোৰ মই মানি নোলোৱাটো মোৰ দোষ বুলি তুমি ধৰি লৈছা। কিন্তু মই মানি লব নোৱাৰো। নামানো। মই যিটো নিৰ্ঘাট সত্য, সেইটোহে বিচাৰো। তোমাৰ ব্যৱহাৰত মই বেয়া পাইছো। মোৰ এটা পজিচন আছে। পাৰ্চনেলিটি আছে ।"

"—আপুনি কি কব বিচাৰিছে ?"

"—তুমি সকলো বুজিছা নাজী। তুমি অলপ কথাতে মই নেৰ'মাইণ্ডেড বুলি যাৰে তাৰে আগত নোকোৱানে ? তুমি যদি ব্ৰডমাইণ্ডেড হোৱা, তেন্তে সকলো কথাই বুজা উচিত ।"

"—যোৱা কথা যাবলৈ দিয়ক দিয়ক বিদু দা। মোৰ ভুল হৈছে। স্বীকাৰ কৰিছো। আপোনাৰ যদি মই একান্ত ভনী হওঁ, তেন্তে ককায়েকে জানো ভনীয়েকক মৰম নকৰে ? ক্ষমা নকৰে ?"

তাৰ পিছত বহু কথা। যিবোৰ কথাই বেদব্ৰতৰ মন কোমলাই তুলিছিল। নাজীয়ে তাক লগ ধৰিলে ফুৰিব যাবলৈ। তাইৰ অনুৰোধ এবাৰ নোৱাৰি সি ফুৰিব গ'ল তাইৰ লগত। সিহঁত দুয়ো সৰস্বতী নদীৰ কাষত বহিল। নাজীয়ে হাতৰ ভেনিটী বেগটো

কাজুকেইটামান উলিয়াই বেদব্ৰতৰ হাতত দিলে। নিজেও এটা-দুটাকৈ মুখত দি কথা কৈ গ'ল।

নাজীৰ কথা-বতৰাত বেদব্ৰত অলপ সজাগ হ'ল। তাইৰ কথাবোৰে আজি বেলেগ ফালে গতি কৰা বুলি অনুমান হ'ল। তাইক জুখিবৰ মনেৰে সি একো নজনাৰ দৰে বহি ৰ'ল। তাই ক্ৰমে বেদব্ৰতৰ হাত দুখনত মৰম কৰি, মূৰত আঙুলি বুলাই কথা কৈ যাব ধৰিছে। তাক বুজালে যে তাইৰ জীৱনৰ সৰ্বস্ব দায়িত্ব সিয়েই বহন কৰিব লাগিব। বেদব্ৰতে কোনো সহাঁৰি দিয়া নাছিল। মাথো নীৰৱ শ্ৰোতা হৈ বহি ৰ'ল আৰু কিবা শুনাৰ আকাঙ্ক্ষাত। নাজীৰ মিঠা কথাত সি দুৰ্বল হৈ পৰিছিল। তাৰ দেহৰ শিৰাই শিৰাই শিহৰণ জাগিছিল। তাইক খুব ভাল লাগি গৈছিল। মৰম লাগিছিল। তাইৰ মুখখন চপাই আনি মৰমতে সি তাইৰ ওঁঠত চুমা এটি খালে। তাৰ পিছত তাৰ কোলাত তাইৰ মূৰটো শুৱাই লৈ সি কৈ গ'ল জীৱনৰ পংকিল পথৰ কথা।

সন্ধ্যা ভাগি যোৱাত সিহঁত ঘৰলৈ উভতি আহিছিল। নাজীক ঘৰত থৈ বেদব্ৰত উভতিছিল তাৰ নিজা ঘৰলৈ। আহোঁতে গোটেই ৰাস্তাটো সি ভাবিছিল নাজীৰ কথা।

ভাবিছিল--নাৰী জাতিটো ইমান ছলনাময়ী?

পৃথিৱীখন ইমান জটিল?

নাজী মৌচুমৰ এটা আত্ম অহঙ্কাৰ আছে। দুষ্ট বুদ্ধি আছে। তাইক বেদব্ৰতে বহু কথাত ধৰা পেলাইছে। কথাও হিচাবতকৈ বেছি কয়। ছোৱালীৰ ক্ষেত্ৰত দৃষ্টিকটু। সি তাইৰ আগত একো নকয়। কোনো বিৰূপ মন্তব্য প্ৰকাশ নকৰে। আগতে কিবা বেয়া দেখিলে কৈছিল। আজিকালি একো নকয়। যিহেতু তাই নামানে অথচ তাক ফাঁকি দিয়ে। নাজীৰ মিঠা কথা আধা

ল'ৰাৰ নিচিনাকৈ শুনি, তাইৰ যুক্তি, আদেশ-অনুৰোধ নতশিৰে মানি গলেহে তাই সেইজনক বিশ্বাস কৰে, ভাল পায়। কিন্তু সি দুৰ্বল মনৰ নহয় যে, এজনী ছোৱালীৰ কথা হকে-বিহকে মানি যাব। তাই পদে পদে ডেকা চামটোক সন্দেহ কৰে। উপলুঙা কৰে। তাই সন্দেহবাদী। তাই কয় পুৰুষবোৰ হেনো নাৰী জাতিৰ হাতৰ পুতলা। সকলো পুৰুষ চৰিত্ৰহীন। তেতিয়া তাৰ খং উঠে। সমগ্ৰ পৃথিৱীৰ পুৰুষ জাতিৰ হৈ সি অকলে তাইৰ ওচৰত প্ৰতিবাদ কৰে। বহু যুক্তি, বহু উদাহৰণ দাঙি ধৰে। নাৰী জাতিৰ কিছুমানৰ উলঙ্গ প্ৰতিচ্ছবি তাইৰ দুচকুত দাঙি ধৰি, তাইৰ বিবেকত দংশন কৰে। সি কয়—"সকলো নাৰীয়েই বেয়া নোহোৱাৰ দৰে সকলো পুৰুষেই বেয়া নহয়।"

পাপিয়াৰ আত্মগৌৰৱ নাই। গোপনীয়তা কাক বোলে তাই নাজানে। সহজ-সৰল পাপিয়া। কথা খুব কম কয়। নিজকে খুব জনাটো নেদেখুৱায়। সকলোকে সমীহ কৰি চলে। তাইৰ ব্যৱহাৰত মৰম আৰু শ্ৰদ্ধা হাতত ধৰা-ধৰিকৈ ফুৰে। কাৰো বেয়া সমালোচনা নকৰে। বিৰূপ মন্তব্য নিদিয়ে। ডেকা ল'ৰাৰ লগত কথা কয়, গীত গায়। তাই কয়—"নিজে ভাল হ'লে কোনেও একো অসৎ আচৰণ কৰিব নোৱাৰে। এটা শ্ৰেণীক দোষ দিয়াটো নিতান্তই ভুল। পুৰুষ আৰু নাৰী দুয়োটা সমানে দোষী হব। জুইৰ ওচৰত ঘিউ গলে। তাকে নকৰিবলৈ হ'লে হয়তো ঘিউখিনি আঁতৰাব লাগিব নাইবা জুই নুমুৱাব লাগিব।" এই-বিলাকৰ বাবেই পাপিয়াক তাৰ ভাল লাগে। তাইক শিকাব খুজিলে শিকে, গঢ় দিব খুজিলে গঢ় লয়। তাইক সি গঢ়ি তুলিব। তাইৰ আগ্ৰহ আছে। মুখত এটি মিঠা হাঁহিয়ে পলে পলে ভোলা দি থাকে। তাই গীত গায়। পাপিয়াৰ গীতে শ্ৰোতাক মুহিব পাৰে। উশৃঙ্খল শ্ৰোতা তাইৰ গীত শুনিলে নীৰৱ হয়। পাপিয়াৰ গীত শুনিবলৈ প্ৰেক্ষাগৃহ শ্ৰোতাৰে ভৰি পৰে। সেয়ে তাইক জীয়াই থকাৰ সমল যোগাব সি। উৎসাহ যোগাব।

নাজীৰ মৌচুমৰ খং বেছি। পাপিয়াৰ খং বেদব্ৰতে দেখা নাই। পাপিয়াৰ শিল্পীসুলভ মন এটি আছে। নাজীৰ নাই। আনে শিকালে বেয়া পায়, ভুল ধৰে। পাপিয়াই শিকিবলৈ দৌৰি ফুৰে। পাপিয়াৰ দেহৰ অঙ্গে অঙ্গে যেন গীতৰ স্বৰলিপি লিখা আছে। খোজত আৰু হাঁহিত যেন গীতৰ তাল-মান-লয় ফুটি উঠে। নাজীৰ সেইবোৰ একো নাই। অভিনয় কৰে কিবা এটাত ব্যস্ত হৈ থাকিবলৈ।

পাপিয়াৰ মাতত আবেগ সনা সুৰ। নাজীৰ কথা জড়তাপূৰ্ণ। কৃত্ৰিমতা নাজীৰ সংগী। অকৃত্ৰিমতা পাপিয়াৰ ছাঁ হৈ ঘূৰে।

নাজীহঁতৰ ঘৰলৈ বেদব্ৰত আজিকালি নাযায়েই। কাচিৎ কেতিয়াবা যায় যদিও ক্ষন্তেক বহিয়েই গুছি আহে। তাইৰ প্ৰতি আগৰ মোহ আকৰ্ষণ নাই। তাইক বুজোৱা, শাসনৰ তাগিদাও এৰি দিছে। তাইক সি একো নকয়। তাৰ কোনো অধিকাৰ নাই।

তাইলৈ তাৰ ভয় লাগে। কিয়নো, তাইক সি ভাল নাপায়। টান কথা শুনাই দিবলৈ মনতে ভাবে। অথচ তাই আহিলে সি তাইৰ সকলো দোষ পাহৰি যায়। তাইৰ ওচৰত সি দুৰ্বল হৈ পৰে। সেইকাৰণে তাইলৈ ভয়টো তাৰ বেছি।

——দিন ঘূৰে, বছৰ বাগৰে। নতুন পুৰণি হয়। নতুনৰ জন্ম হয়। নিয়ম অনিয়ম হয়। কালৰ চকৰী ঘূৰে। দিনবোৰ কোনোবা গহ্বৰত সোমাই পৰে। সুখ-দুখ, আনন্দ-নিৰানন্দ আহে, যায়।

অমিয়পুৰত বেদব্ৰতৰ পাঁচ বছৰ হ'ল। এই পাঁচ বছৰে সি নিজক ব্যস্ত ৰাখিবলৈ কিবা এটি বিচাৰি আছিল। কিন্তু গ্ৰহণ কৰিবনে নাই নিজে এটা স্থিৰ সিদ্ধান্তত আহিব পৰা নাছিল যদিও শেষত বহুতৰে পৰামৰ্শ লৈ গ্ৰহণ কৰিলে। বেদব্ৰতে চাকৰি পাইছে। ডিগবৈত। দেশে স্বাধীনতা পোৱাৰ পিছত বহুতো চৰকাৰী বিভাগ নতুনকৈ খুলিছে। পঢ়াৰ প্ৰমাণ-পত্ৰৰ ওপৰত ভিত্তি কৰি দক্ষতা থকা লোকক চাকৰিত মকৰল কৰিছে।

শিক্ষিতৰ সংখ্যা কম আছিল বাবেই হওক বা বেদব্ৰতৰ ভাগ্যৰ বাবেই হওক সি চাকৰি এটি পালে। যোৱাটোও একপ্ৰকাৰ ঠিক কৰিছে। কেৱল ঘৰটোৰ কাৰণেহে চিন্তা। অমিয়পুৰ তেনে উন্নত ঠাই নহয় যে ঘৰটো কোনোবাই ভাৰা লবহি। তথাপি সি চেণ্টা নেৰিলে। ইকাণ-সিকাণকৈ কথাটো জনালে বহুতকে।

অৱশেষত ৰতন লহকৰ আহিছিল। মাত্ৰ মাহে পঞ্চাশ টকাতে ঘৰ-বাৰী সকলো ভাৰাত দিলে। প্ৰয়োজন হ'লে ভাৰা বঢ়া-টুটা হব পাৰিব বুলিও বন্দবস্ত থাকিল। ঘৰ ভাৰাৰ টকা লহকৰে মাহে মাহে বেদব্ৰতৰ ঠিকনাত পঠাব বুলি মুখে মুখে কৈ থলে।

বেদব্ৰতে দুদিন থাকি যোৱাৰ চিন্তা কৰিলে। যাবৰ সময়ত অন্ততঃ তাৰ বন্ধুখিনি, দুই এখন ঘৰত মাত লগাই যোৱাটো চিন্তা কৰিলে সি। আজি সি ক'লৈকো নোলায়। গধূলিকৈ ৰতন লহকৰ পৰিয়াল লৈ ঘৰ সোমাবহি। গতিকে সি ঘৰটো লহকৰক আজৰাই দিব আৰু নিজৰ নিবলগীয়া বস্তুখিনিও বান্ধি ঠিক কৰি থব।

কাম কৰি থাকোঁতে দিনটো যে কেতিয়া শেষ হ'ল বেদব্ৰতে ধৰিবই নোৱাৰিলে। তাৰ কামো শেষ হৈছে। আৰু দুই-এপদ বস্তু বাহিৰতে আছে, সেইখিনি দুই মিনিটত হৈ যাব বুলি বাহিৰতে বহি থকা মানুহ দুজনৰ লগত খেতিৰ মাটিখিনি আধি দিয়াৰ বন্দবস্ত কৰি পেলালে। খেতিৰ ফচলৰ সলনি সিহঁতে টকা দিব। সেই টকা ৰচিদ দি ৰতন লহকৰে লব আৰু তেওঁ ঘৰ ভাৰাৰ লগতে এইখিনি টকাও পঠিয়াব। সকলো বন্দবস্ত হ'ল।

এইবিলাকৰ মাজতে বেদব্ৰতে ক'লৈ ক'লৈ যাব তালিকা এখন মনতে কৰি পেলালে। সুশীলা খুৰীদেউ, টুনী বাইদেউ, ধৰণী দাদা, হেম ৰবদেউতা এই কেইঘৰলৈ প্ৰথমে যাব। তাৰ পিছত লগৰ বন্ধু কেইজনমানৰ ঘৰলৈ। একেবাৰে শেহত যাব নাজী মৌচুম আৰু পাপিয়াৰ ঘৰলৈ। সিহঁতৰ ওচৰলৈ গ'লে সহজে উঠিবই নিদিয়ে। নাজীয়ে যিমান ভুল নকৰক, যাবৰ সময়ত তাইক এবাৰ মাত দিবই সি। এইবিলাকৰ লগতে গৌৰ ৰতনকো লগ ধৰি সাৱধান কৰি দি থৈ যাব।

গৌৰ স্বভাৱ প্ৰকৃতিতে অত্যন্ত ল'ৰা। নাজীৰ পৰা আকৌ পাপিয়াৰ ওচৰ পাইছে। অৱশ্যে পাপিয়াক একো কৰিব নোৱাৰে। নন্দনা, পাপিয়া আৰু চন্দনা সাহসী ছোৱালী। ছিয়েই নহওক, কালৈকো ভয় নকৰে। বেয়া দেখিলে আঙুলি তুলি কথা কব। প্ৰয়োজন হ'লে আৰু বেছি বেয়া ব্যৱহাৰ কৰিব। দুজনীক এৰি এজনী অকলে ক'লৈকো নাযায়। সেইটো সিহঁতৰ ভাল অভ্যাস। সেইবাবেই কোনেও বেয়া কথা শুনাবলৈ বা অসৎ আচৰণ কৰিবলৈ সুবিধা নাপায়। সিহঁত সত্য পথত থাকে। হক কথাটো মুখৰ আগতে কৈ দিয়ে। তেতিয়া কিছুমানে বেয়া পায়। কোনোবাই যদি সিহঁতক মৰম কৰিছে, তেনেহ'লে সিহঁতে অকণো কৃত্ৰিমতা নোহোৱাকৈ হিয়া উজাৰি মৰম কৰিব।

বেদব্ৰত যাবগৈ। চাকৰি পাইছে। সেই খবৰটোকে দিবলৈ সি পাপিয়াৰ ওচৰলৈ গৈছে। তাইৰো পৰীক্ষা পালেহি। দুই এদিনতে বাছনি পৰীক্ষা হব। সেই খবৰো লবলৈ সি পাপিয়াৰ ওচৰলৈ গ'ল। পাপিয়াক এৰি যাবলগীয়া হোৱাত তাৰ অন্তৰত ভীষণ দুখ। এইটো সময়ত সি পাপিয়াৰ ওচৰত দুৰ্বল হৈ পৰিছে। পাপিয়াক তাৰ মনটোৱে তাৰ নিচেই ওচৰতে বিচাৰে। কিন্তু সি কয় কেনেকৈ? পাপিয়াক তাৰ ভাল লাগিছে। নাই, সি কব নোৱাৰে। পাপিয়াৰপৰা আগেয়ে কোনো সঁহাৰি নোপোৱাকৈ সি একো নকয়। লাগিলে সি অব্যক্ত প্ৰেমৰ জুইকুৰাত ছটফটাই থাকি মৰি যাব, তথাপি সি একো নকয়।

তাৰ চাকৰিৰ কথা কব। সি যাবলগীয়া হোৱাৰ দুখত পাপিয়াই হয়তো তাৰ গাত ধৰি কান্দিব। পাপিয়াৰ মৰম এৰিব লগা হোৱা বাবে দুখত সি নিজেও হয়তো কান্দিব।

কিন্তু নহ'ল। বেদব্ৰতে ভবামতে পাপিয়াই নাকান্দিলে। সিও কোনো কথা কব নোৱাৰিলে। কোনো খবৰ দিব নোৱাৰিলে। কেৱল নিজে কান্দি তাৰপৰা গুলাই আহিছিল।

কথাৰ পাতনি এৰাৰ লগে লগে পাপিয়াই তাক ন্বিয়াৰ কথা সুধিছিল, সি কোনো উত্তৰ বিচাৰি নাপালে। এক বোবা বেদনাত নীৰৱ—নিশ্চল মূৰ্তিৰ দৰে স্থবিৰ হৈ ৰ'ল।

“—বিদু দা, আপুনি বাৰু মোক কিয় ইমান মৰম কৰে ?”

“—এনেয়ে।”

“—এনেয়ে কেতিয়াও হব নোৱাৰে। নিশ্চয় কিবা এটি আছে।”

“—পাপিয়া, তুমিনো তেনেহ'লে মোক ইমান মৰম কৰা কিয় ?”

“—মই কিয়, আমাৰ ঘৰৰ সকলোৱে আপোনাক ভাল পায়, মৰম কৰে। কিন্তু আপুনি বাইদেউহঁততকৈ মোকহে দেখোন বেছি ভাল পায়। আহিলে মোৰ লগতে ব্যস্ত হৈ পৰে। কিয় বিদু দা ?”

কিবা এটা কৈ দিব বুলি ভাবিও সি কব নোৱাৰিলে। কোনো কথাই উচ্চাৰণ নহ'ল। পাপিয়াই তেনেকৈ সোধাত বেদব্ৰত আচৰিত নহৈ নোৱাৰিলে। কাৰণ, কিছুদিনৰপৰা পাপিয়াৰ আমূল পৰিৱৰ্তন এটি তাৰ চকুত পৰিছিল। সেইবোৰ ভাবি সি মাথোন—“তোমাৰ কথাৰ উত্তৰ মই পিছত দিম” বুলি কৈ স্থানু হৈ বহি ৰ'ল এক মুহূৰ্ত। তাৰ পিছত বেগাই কোঠাটোৰপৰা বাহিৰ হব খোজোঁতেই সোমাই আহিছিল পাপিয়াৰ দেউতাক। কোনো পাতনি নোহোৱাকৈ বেদব্ৰতক উদ্দেশ্য কৰি ক'লে—

“পাপিয়াই এইবাৰ মেট্ৰিক দিব। চন্দনায়ো দিব। তেনে-স্থলত তুমি সিহঁতৰ ওচৰত ইমান কথা কৈ থাকিলে সিহঁতৰ পঢ়া নহব নহয়। কিবা কথা থাকিলে আবেলিতে আহিবা। পঢ়া সময়ত নহয়, বুজিছা ?”

বেদব্ৰতৰ মুখ বিবৰ্ণ হ'ল। ৰং-বিৰঙৰে আঁকি থোৱা ভূগোলৰ বহীত থকা মেপ এখনত যেন কোনোবাই পাপিয়াৰ টেবুলৰপৰা কলা চিয়াহীৰ দোৱাতটো তুলি লৈ, গোটেই সোপা চিয়াহী ঢালি দিলে। গোটেই কোঠাটো, গোটেই ঘৰখন, সমগ্ৰ

পৃথিৱীখন সি এন্ধাৰ দেখিলে। এক মুহূর্তও সি ৰব নোৱাৰিলে তাত। কোঠাটোৰ পৰা ওলাই সি দৌৰিব আৰম্ভ কৰিলে। দৌৰিছে সি। কেৱল দৌৰিছে। শীতৰ কুঁৱলীৰ ফাঁকে ফাঁকে, এন্ধাৰৰ মাজে মাজে, সৰু-ডাঙৰ ঘৰবোৰৰ আঁৰে আঁৰে। সি কঁপিছিল। দৌৰি দৌৰি কোনোমতে ঘৰটো পাই সি বিচনাত দীঘল দি পৰিল। গাৰুটোত মুখখন গুজি নিঃসঙ্গ কোঠাটোত সি এটি সৰু ল'ৰাৰ দৰে হুঁৱে হুঁৱে উচুপি থাকিল। কিমান সময় এইদৰে পৰি থাকিল সি কব নোৱাৰে। তাৰ কেৱল মনত পৰে সন্ধিয়াটোৰ কথা।

তাৰ মন ডেউকা কোবাই উৰি গুছি যায় সদ্য বিগত সন্ধ্যাৰ বুকুলৈ। পাহৰিব নোৱাৰা সন্ধিয়া। ৰূপে-ৰসে ভৰা সন্ধিয়া। শীতৰ সন্ধিয়া। ৰূপৰ পোহাৰ মেলা, আনন্দৰ ঢৌ বাগৰি যোৱা, শীতৰ উম লগা সন্ধিয়াৰ বুকুলৈ নামি আহিছিল উদাসীনতা। নামি আহিছিল দুখৰ হুমুনিয়াহ, অব্যক্ত বেদনা, শোকৰ ছাঁ।

উদাসী পৃথিৱী।

উদাস মন।

উদাসী সন্ধ্যা।

হঠাৎ সোমাই আহিল বেদব্ৰতৰ বন্ধু ভুবন। ভুবন বেদব্ৰতৰ দূৰ সম্পৰ্কীয় ভায়েক। সিহঁতে সম্পর্ক নিবিচাৰি দুয়ো দুয়োকো বন্ধুভাৱে লৈছিল। ভুবন অমিয়পুৰলৈ অহা দহদিনেই হোৱা নাই। অমিয়পুৰৰপৰা দহ মাইল উত্তৰৰ বৰভুৰিত ঘৰ। ইয়াতে পেহী-দেৱেকৰ ঘৰত উঠিছেহি। সংস্থান লাগে। ভুবনে বেদব্ৰতৰ চাকৰি সম্পৰ্কে খবৰটো লবলৈ নিজেই আহিল। সি আহি বেদব্ৰতক তেনে অৱস্থাত দেখি তাৰ কি হৈছে জানিবলৈ ব্যগ্ৰ হৈ বহু কথাই সুধিলে। যাবৰ সময়ত মন ভাঙি পৰা বুলি ভাবি তাৰ মনত প্ৰবোধ দিলে ভুবনে।

বেদব্ৰতে ভুবনক মাথো ক'লে অমিয়পুৰৰ ইতিহাস।

"মায়াজুৰি আৰু ছায়াজুৰি দুটি নাম।"

"অমিয়পুৰ নগৰৰ গাতে লগাকৈ পুব প্ৰান্তত মায়াজুলি আৰু পশ্চিম প্ৰান্তত ছায়াজুলি।"

"অৰ্থপূৰ্ণ দুটি নাম। মায়াজুলি আৰু ছায়াজুলি।"

"অতীত ৰোমন্থন কৰে আজিও এই দুয়োখন ঠায়ে।"

"কোনোবা এটি সময়ত ৰজা অমিয়কুমাৰৰ ইয়াতেই ৰম্যভূমি আছিল বাবে এই ঠাইৰ নাম অমিয়পুৰ।"

"ইয়াৰ পুব প্ৰান্তত আছে মায়াজুলি। দৰঙী ৰজাৰ ৰাজত্ব কালত মোগল পাটছাহে দৰঙী ৰজালৈ পত্ৰ সন্দেশ পঠিয়াইছিল কটকীৰ হাতে। সেই কটকী দুজনা এদিন নিশা এই ঠাইতেই উপস্থিত হ'ল আশ্ৰয় বিচাৰি। গিৰিহঁতে ৰজাঘৰীয়া মানুহ বুলি আশ্ৰয় দিলে। গিৰিহঁতৰ অসূৰ্য্যস্পৰ্শা গাভৰু তনয়া গিৰিবালাক দেখি কটকী স্তম্ভিত হ'ল। তাইৰ ৰূপৰ সাগৰত সি বিলীন হৈ গ'ল। পত্ৰ সন্দেশ সোধাই নিজ দেশ অভিমুখে এজন কটকী গ'লগৈ। আনজন প্ৰেমৰ সাগৰত কৰ্কবকাই বৈ গ'ল। থকাৰ কাৰণ বহুত দৰ্শালে। শেষত গিৰিবালাক বিয়া কৰাই মোগল পাটছাহৰ কটকী থাকি গ'ল। নিগাজীকৈ। সুদূৰ মোগল ৰাজ্যৰ কটকীকো অপৰূপা গিৰিবালাৰ ৰূপে মায়াৰ পাশত আবদ্ধ কৰা বাবে এই ঠাইৰ নাম হ'ল মায়াজুলি।"

"ছায়াজুলৰি ইতিহাসো মানুহৰ মনৰপৰা আঁতৰি যোৱা নাই আজিও। ছায়াজুলতি এসময়ত মানুহ মৰি ঠাইখন শ্মশানত পৰিণত হৈছিল। সন্ধিয়া হ'লেই কিবা এটি ছাঁ আহি মানুহজনৰ ওচৰ চাপে। লগে লগে মানুহজন মাটিত ঢলি পৰি যায় আৰু মৃত্যু মুখত পৰে। বহুতে কয়—সেই ছাঁ ৰাণী কমলাৱতীৰ; হয়তো ৰজা হংসৰাজ সিংহৰ। যাৰেই ছাঁ নহওক, মুঠতে কাৰোবাৰ অতৃপ্ত আত্মাই তৃষ্ণা দূৰ কৰে। এটা ছাঁৰ বিষাক্ত তপত নিশ্বাসত সকলো মানুহ মৰি গাওঁখন শেষ হৈছিল।"

"এইয়া মায়াজুলি আৰু ছায়াজুলি।"

"আজিৰ মায়াজুলি আৰু ছায়াজুলি নাই। আছে মাথো তাৰ স্মৃতি বিজড়িত ইতিহাস আৰু ঠাইৰ কঙ্কালটো।"

"নগৰৰ ব্যস্ততা বাঢ়িল। জনসংখ্যা বাঢ়িল। অমিয়পুৰে পুৰণি আৱৰণ সলাই নতুন সাজ পিন্ধিলে। অমিয়পুৰৰ ৰূপৰ ভমকত মানুহে তবধ মানিলে। মায়াজুলিৰ মায়া মোহৰ বুদ বুদ কণিকাৰাশি, ছায়াজুলিৰ ৰিণিকি ৰিণিকি ছায়া আজিও নকমিল। ময়ো আহিছিলো প্ৰাণৰ মমতাত। সোমাই পৰিছিলো মায়াজুলিৰ মন্ত্ৰমুগ্ধ মায়াৰ পাশত। অনুসৰণ কৰিছিলো নাম বিহীন মোহৰ ছাঁ। শেষত এদিন মোৰ উপলবদ্ধি হ'ল, এই সকলোবোৰ মিছা, সব মিছা।" কথাখিনি কওঁতে উত্তেজিত হৈ পৰিছিল বেদব্ৰত।

"চা, বিদু। তই ইয়াৰ পৰা যাবিগৈ। তোৰ খবৰ এটি লওঁ বুলি আহিছিলো। নোখোৱা নোবোৱাকৈ এইদৰে পৰি আছ। আচল কথা এৰি তই উলিয়াব ধৰিলি পুৰণি ঐতিহ্য, ঠাইৰ ইতিহাস। বাদ দে বাজে কথা। ইমান চেণ্টিমেণ্টাল হোৱা ভাল নহয় বুজিছ। যাবতো লাগিবই এদিন। এইখন ঠাইৰ মোহ এৰিবই লাগিব। সেইবোৰ তোৰ 'লুক আউট' নহয়। তই তোৰ কাম কৰি যা। 'কাম টু দ্যা পইণ্ট'। আচল কথালৈ আহ।" অলপ শান্তনা দিয়াৰ ভাবতেই ক'লে ভুবনে।

"---তই মোতকৈ বহুত পিছত আহিছ ভুবন। তই নুবুজিবি পাপিয়াক মই কিমান ভাল পাওঁ। কিমান মৰম কৰোঁ। হাউ মাচ্ আই লাভ হাৰ। আজি পাঁচ বছৰে ইমান অকলশৰীয়া অনুভৱ কৰা নাছিলো। কিন্তু আজি হৃদয়ঙ্গম কৰিব পাৰিছো, পৰ কেতিয়াও আপোন হব নোৱাৰে। আই এম্ এলন ইন্ দিচ্ ওৱৰ্ল্ড।"

ভুবনে নীৰৱে শুনি গ'ল। বেদব্ৰতৰ কথা। সি নিজে কোনো কথাই নক'লে।

"তই মোৰ কথাবোৰ শুনি আমনি পাইছ নহয়? তোৰ হয়তো উঠি যাবলৈ মন গৈছে। যাবি। ক্ষন্তেক পিছত যাবি। এই নিশাটো শেষ হ'লে পৃথিৱী পোহৰ হব। পোহৰ তুকাই গ'লে পৃথিৱীলৈ পুনৰ এন্ধাৰ নামিব। অজস্ৰ এন্ধাৰ। যি এন্ধাৰৰ ক'লাখিনি মোৰ কলিজাত ধুই গুচাব নোৱাৰাকৈ সাঁচ বহি ৰব।"

"মোৰ কথাখিনি অন্ততঃ শুনি যা। মোক হয়তো লগ নাপাবও পাৰ। কোনেও কব নোৱাৰাকৈ ক্যাইলৈ কাহিনি পুৱাতে গুছি যাম আন এখন নতুন ঠাইলৈ।"

"বন্দনা বাইদেউক লগ নোপোৱা হ'লে, মই অনুভৱ কৰা অন্তৰৰ শীৰ্ণতাখিনি আঁতৰি নগ'লহেঁতেন কিজানি। বাইদেৱে মোক চেনেহৰ পিঞ্জৰাত আবদ্ধ কৰি থৈ গ'ল। বাইদেউৰ বিয়া হৈ গুছি গ'ল। মোক দি গ'ল মাথো অন্তৰ উজাৰি মৰম, অজস্ৰ শুভাশীষ আৰু ভনীয়েকহঁতৰ চেনেহ সনা হৃদয় একোখন। বাইদেউহঁতৰ ঘৰখনৰ পৰা মই যি পাইছিলো, সেই ঋণ কোনোদিনেই মই পৰিশোধ কৰিব নোৱাৰিম। শেষ সময়ত এবাৰ বাইদেউক লগ পাবলৈ মন গৈছে। কিন্তু বন্দনা বাইদেউৰ অসুখ বুলি শুনিছো। খবৰ লবও যাব পৰা নাই। যোৱাৰ সময়ত বাইদেউক দুখ দিয়াটো অন্যায় হব অৱশ্যে। নাযাওঁ। মোৰ হৃদয় দুখত ভাগি ছিগি গ'লেও, আন এখন হৃদয়ত দুখ দিয়াৰ অভিলাষ মোৰ নাই।"

"নন্দনা। বন্দনা বাইদেউৰ লগতে নন্দনা, পাপিয়া আৰু চন্দনাও সমানে দায়ী মোৰ এই অৱস্থাৰ কাৰণে, অপমানৰ কাৰণে। কিয় সিহঁতে মোক ইমান মৰম কৰিব? মই সিহঁতৰ কোন? মোৰ খোৱা-লোৱা সকলোতে সিহঁতে খবৰ লয়। বেমাৰ হ'লে ঔষধ খুৱায়। ৰান্ধনি নাথাকিলে ভাত দিয়ে। কিয়? কিয় এইবোৰ কৰিছিল?"

"পাপিয়াক মই ভাল পাওঁ। মৰম কৰিছিলোঁ। আৱৰি ধৰিছিলো মোৰ মৰমৰ ডেউকাৰে। এই মৰম অনামী মৰম, নাম-বিহীন চেনেহ আছিল। কোনো স্বাৰ্থৰ বীজ তাত নাছিল। কিন্তু পাপিয়াৰ দেহৰ ভাঁজে ভাঁজে, প্ৰতি শিৰে শিৰে মোৰ পৱিত্ৰ প্ৰেমে কি এক দুৰ্ভাৱনীয় কণিকা সিচি দিছে, সেই কথা ভাবিলে মোৰ দুখ লাগে। মোৰ মনটোৱে পাপিয়াক বিচাৰে, কিন্তু মই পাপিয়াক কোনো কথাই কোৱা নাই এই বিষয়ে। পাপিয়াৰ মন দুৰ্বল নহ'লে মই জানো দুৰ্বল হৈ পৰিম? পাপিয়াৰো দুৰ্বলতা আছে। সেই কথা মই জানো। কিন্তু তায়ো কোনো কথা মোৰ

গুচৰত প্ৰকাশ কৰা নাই আজিলৈ। অথচ কিছুদিনৰপৰা সিহঁতৰ পৰিৱৰ্তন এটি মোৰ চকুত পৰিছে। নন্দনা, পাপিয়া, চন্দনা সলনি হৈছে। গোটেই ঘৰখনে এটা বেলেগ ৰূপ লৈছে। আগৰ সেই উদুলি-মুদুলি ভাব নাই। সিহঁতৰ 'বিদু দা'ৰ প্ৰতিও আগৰ মোহ নাই। সেই কাৰণে অৱশ্যে মোৰ আক্ষেপ নাই। এঘৰ মানুহে কিমান সহ্য কৰিব বাৰু? মই যে আমনি দিছিলো, মোৰ দৈনিক উপস্থিতিয়ে যে সিহঁতক বিৰক্ত কৰি তুলিছিল, সেই কথা মই লাহে লাহে হৃদয়ঙ্গম কৰিব পাৰিছিলোঁ। একেযোৰ কাপোৰকে সদায় পিন্ধি আমনি পোৱাৰ দৰে, একে বস্তুকে সদায় খাই, একে ঠাইলৈকে সদায় গৈ আমনি পোৱাৰ দৰে, একেজন 'বিদু দা'ৰ দৈনিক উপস্থিতিও আমনি দায়ক হৈ পৰিল সিহঁতৰ বাবে। সেয়ে ক্ৰমাৎ যোৱাটো কমাই দিছিলোঁ। পেলাই থোৱা চুম্বকৰ চুম্বকত্ব হেৰাই যোৱাৰ দৰে, মোৰ চেনেহ-মমতা সস্তীয়া হৈ পৰিল। মই সকলো হেৰুৱাই পেলালোঁ। পাপিয়াই নিজেই পৰোক্ষভাৱে সেই কথা মোক সুধিছে। 'আপুনি মোক কিয় ইমান মৰম কৰে?' মোক পাপিয়াই সুধিছিল। মৌনতাৰে কিছুসময় পাৰ কৰি দিলোঁ। মই হতবাক হৈ পৰিলো। কিছু সপ্ৰতিভ হৈ পাপিয়াক কিবা কৈছিলো। কি কৈছিলো কব নোৱাৰো। তাৰ পিছতেই দেউতাক পদ্মশঙ্কৰ বৰুৱাৰ বাক্যবাণ। ভগ্ন হৃদয় এখনি লৈ মই তাৰ পৰা দৌৰিছিলো। দেউতাকৰ ভয়ত দৌৰি যোৱা এটি সৰু ল'ৰাৰ দৰে। মায়াজুলিৰ মায়া-মোহৰ বিচ্ছিন্ন পৰিৱেশ এটিৰ পৰা ছাঁয়াজুলিৰ ছাঁ ভুলি থকা এটি নিঃসঙ্গ বাহৰলৈ। বহুতো প্ৰশ্নই মোক ক্ষত-বিক্ষত কৰি পেলাইছে আজি। অলেখ ভাবৰ হিল্লোলে মোক কন্দুৱাই তুলিছে।"

"পাপিয়াজনী। তায়ো সলনি হ'ল। বাৰিষাৰ বন্যাৰ পিছত হেমন্ত আহি প্ৰকৃতি সলনি কৰাৰ নিচিনাকৈ তাইৰো পৰিৱৰ্তন নামি আহিল। তাইৰ হাঁহিৰ মাধুৰিমা, কথা-বতৰাৰ লয়লাস, গীতৰ মুৰ্ছনা সকলো হেৰাই থাকিল জীৱনৰ কোনো এক পথত। 'বিদু দা'ক দেখিও তাই অলৰ অচৰ। নীৰৱ-নিস্পন্দ। নিৰলাত বহি পঢ়ে। বাহিৰৰ কোলাহলৰ প্ৰতি তাইৰ আগ্ৰহ নাই। ৰিজনী পাপিয়াই

'বিদু দা' বুলি সকলো পাহৰি দৌৰি আহি, হাতত ধৰি, চোতালত ধৰি টানি লৈ গৈছিল, সেইজনী পাপিয়াৰ এতিয়া কোনো আগ্ৰহ, কোনো ব্যস্ততা নাই। শেষত মোৰ নিজৰ এই এন্ধাৰ নীড় বিচাৰি উভতি আহিলো। ভাবিছো কিয় এনে হ'ল? কিয় সিহঁতে মোক আগেয়ে ইমান মৰম কৰিছিল? আজি কিয় প্ৰতাৰণা কৰিলে? মনত পৰিছে বন্দনা বাইদেউ, নন্দনা, পাপিয়া আৰু চন্দনালৈ। যাবৰ সময়ত ভাল মন এটি লৈ, মৰম অলপ লৈ যাব নোৱাৰিলো। যিজনী পাপিয়াৰ বাবে মই সকলো কৰিবৰ বাবে সাজু, সেইজনী পাপিয়াক হেৰুওৱাৰ ভয়ত মোৰ হৃদয়ে কান্দি উঠিছে। মই বহুবাৰ তাইক কৈছো যে, তাইৰ জীৱনৰ সকলো দায়িত্ব মই লম। কিন্তু তাই ভুল বুজিলে। দুদিনমান থাকি যোৱাৰ হেঁপাহ আছিল। এতিয়া আৰু নাই। কাইলৈ যামগৈ। তাত হয়তো বন্দনা বাইদেউ, নন্দনা, পাপিয়া নাথাকিব। ইমান দুখৰ গীতৰ মূৰ্ছনা নাথাকিব। ইমান মৰম-প্ৰীতি নাথাকিব। তাত মই অকলশৰে শান্তিৰে দিনবোৰ কটাই দিম গৈ। পাপিয়ালৈ চিঠি এখন লিখিছো। শুনি যা—'মৰম লবা। মায়াজুলিৰ প্ৰীতিৰ মোহ এৰিলো। সকলো এৰিলো। মৰম বিহীনভাৱে দিনবোৰ কটাই দিম। চাকৰি এটি পাইছো। তোমাক খবৰ দিবলৈ সুবিধাই নাপালো। কাহানি ক'ত লগ পাম নাজনো। কিন্তু তোমাৰ স্মৃতি জীয়াই ৰাখিম মোৰ হৃদয়ত। বহু কথাই আছিল। কিন্তু কোৱা নহ'ল। সেয়ে দুখ বৈ গ'ল। মোক পাহৰি যাবা। মোৰ ভালপোৱাত কোনো উদ্দেশ্য নাই। মৰম কৰাৰ কোনো স্বাৰ্থ নাই। ভাল লাগে বাবেই মৰম নিগৰি আহে অন্তৰৰ পৰা। সঁচা মৰমে মানুহক সুখী কৰিব পাৰে বুলি শুনি আহিছো। সেয়েময়ো সুখী হব বিচাৰিছিলো। কাৰ ভুল নাজানো। সেইবোৰকে সুঁৱৰি সুঁৱৰি ঘাব ওলাইছো। নগৈ বা কৰিম কি? কোনোবাই কৈছিল—'জীৱন কিয়নো লাগে নাই যদি মানৱী মৰম, মৰম কিয়নো লাগে নাই যদি মানৱী ধৰম।' জীৱনৰ শেষ মুহূৰ্তত কেতিয়াবা, ক'ৰবাত হ'লেও নিশ্চয় দেখা হব। সেইদিনা বেদনা বিধুৰ বেদব্ৰতক চাই লবা। তুমি সুখী হোৱা। নন্দনা,

চন্দনা সুখী হওক। এয়ে কামনা। ৰেছি লিখিলোঁ। বাহিৰত এন্ধাৰৰ মাজে মাজে নিশাৰ গভীৰতা নামিছে। পুনৰ মৰম লবা। তোমাৰ—”

“এই চিঠিখন তই ল। পাপিয়াক দিবি। তই হয়তো ভাবিছ, ইমান লৰালৰিকৈ পাপিয়াৰ দৰে মই যাব ওলোৱাৰ বাবে এইখিনি কথাই একমাত্ৰ কাৰণ হব নোৱাৰে। কিন্তু ইয়াৰ মাজৰ প্ৰাচীৰখন কিমান দুৰ্ভেদ্য তই বুজিব নোৱাৰিবি। ঘৰৰ প্ৰত্যেকটো পৰিয়ালে যেতিয়া তোক সেইখন ঘৰৰপৰা খেদি দিবলৈ চিঞৰি উঠে, তেতিয়া কি কৰিবি? হোৱাট উইল ইউ ডু? আই কেন্ নটবিয়েৰ এনি ৰং এলিগেশ্যন্।”

বেদব্ৰত বৈ গ'ল। সি কান্দিছে। ভুবনে তাক শুৱাই দিলে ভালকৈ। আঠুৱাখন ঠিক কৰি দিলে। বেদব্ৰতে ভাত খোৱা নাই বুলি জানে। তথাপি তাৰ ঘৰলৈ নিব নোৱাৰি সি নিজেই দুখ পালে। তেতিয়া নিশা বহুত হৈছিল। সকলো শুইছিল। কিছু সময় ভুবন কোঠাটোত নিশ্চুপ হৈ থাকি, এটা সময়ত ওলাই আহিছিল। হাতত লৈ আহিছিল বেদব্ৰতে পাপিয়ালৈ লিখা চিঠিখন।

বেদব্ৰতৰ টোপনি অহা নাছিল। এক অস্থিৰতাত চট্‌ফটাই আছিল।

তাৰ আশাই পাহি নেমেলিলে। কলিতে মৰহি গ'ল। পাপিয়াক তাৰ আদৰ্শেৰে গঢ়িব নোৱাৰিলে। পাপিয়া আঁতৰি গ'ল। বহু দূৰলৈ।

তাৰ উপস্থিতিত সিহঁতৰ মুখত হাঁহি-উল্লাসৰ ঢৌ বাগৰে। আনন্দৰ উজ্জ্বলতাত জীৱন্ত হৈ উঠে সিহঁতৰ ঘৰখনি। মনৰ বেয়াখিনি, নিৰানন্দখিনি দৈহিক শকতিৰে আঁতৰাই পেলায়। সিহঁতে কোলাহল আৰম্ভ কৰে। গান গায়। গল্প শুনায়। এই সকলোবোৰৰে অপমৃত্যু ঘটিল।

সি এক উজাগৰী নিশাৰ সতীৰ্থ হৈ ৰ'ল। গোটেই নিশা শুনিছিল মাথো মাতৃ মৰমহীন কোনোবা সদ্যজাত শিশুৰ কান্দোন।

স্বামী হেৰুৱা কোনোবা বিধবাৰ বুকুফটা বিননি। সেই কান্দোন শুনি শুনি, আপোনজনৰ মৰম হেৰুৱাই পুৱতি নিশাৰ কাহিলি পোহৰত সিও কান্দিছিল। সিহঁতৰ কান্দোন একে সুৰত মিলি পৰিছিল। বৈ বৈ বহু সময়লৈ সেই সুৰ বাজি আছিল। এটা সময়ত শ্রান্ত-ক্লান্ত হৈ সকলো নিস্তব্ধ হৈ পৰিছিল।

পিছ দিনাখন ৰাতি পুৱা ৰতন লহকৰে পৰিয়াল লৈ বেদব্রতৰ ঘৰত উপস্থিত হ'ল। আগদিনাখন অহা কথা আছিল। বিশেষ অসুবিধাৰ বাবে আহিব নোৱাৰিলে। এখন ট্রাকত লহকৰৰ সাংসাৰিক সামগ্রীসমূহ আনিছিল।

বেদব্রতে ঘৰ চমজাই দি লহকৰক সি নিজে যোৱা কথাও ক'লে। তেওঁ ঘৰৰ দায়িত্ব লৈ বেদব্রতক নিশ্চিন্ত থাকিবলৈ আৰু মাজে সময়ে আহি থাকিবলৈ অনুৰোধ কৰিলে।

সি যোৱাৰ বাবে সাজু হ'ল। লহকৰে মাল অনা ট্রাকখনকে তেওঁ নিজে বন্দবস্ত কৰি দিলে, তাক ৰেল ষ্টেচনত থৈ আহিবলৈ।

বেদব্রত গাড়ীত উঠিল। গাড়ীৰ ইঞ্জিনৰ শব্দ হ'ল। সি সমুখৰ ফালে, সোঁ ফালে, বাওঁফালে চালে। এবাৰ ট্রাকৰ পাছফালে থকা সৰু খিৰিকীখনেদি উভতিও চালে। কাকো নেদেখিলে। তাৰ বিদায় বেলিকা শুভেচ্ছা জনাবলৈ অমিয়পুৰৰ কোনো নাহিল। মনটো সেমেকি উঠিল। ওলাই অহা চকুপানীখিনি বাধা দি ৰাখিব নোৱাৰিলে। ড্ৰাইভাৰটোৱে নেদেখাকৈ চকু দুটা মচি ললে এনেভাৱে যেন সি কন্দা নাই, চকুত কিবা কুটাহে সোমাইছিল।

অমিয়পুৰৰ শেষ সীমনাত গাড়ীৰ চকা ঘেৰিয়া ঘূৰে, তেতিয়া শেষ বাৰলৈ বেদব্রতে মনতে কৈছিল—'পাপিয়া, আহিলো। তুমি সুখী হোৱা।'

বেদব্রত গুছি গ'ল।

সেইদিনাখন আবেলি ভূৱন আহিছিল বেদব্রতক লগ পোৱাৰ আশাৰে। দেখিলে ঘৰটোত বেলেগ মানুহ। তেওঁলোকক সুধি ভূৱন নিশ্চিত হ'ল যে বেদব্রত সঁচাকৈ গ'লগৈ।

বেদব্রতৰ ঘৰৰ আগত থকা পুলত বহি ভুবনে বেদব্রতৰ কথাকে চিন্তা কৰিলে কিছু সময়। আকাশত সন্ধ্যা তৰাই গীত জুৰিছে। চৰাইবোৰ দূৰ দিগন্তৰপৰা উৰি আহিছে নিজৰ নীড় বিচাৰি। সেই একেসময়তে মানুহবিলাক ঘৰৰ পৰা ওলাইছিল বাহিৰলৈ।

বেদব্রতৰ খবৰটো দিবলৈ ভুবনে খোজ পেলালে পাপিয়াৰ ঘৰলৈ।

পাপিয়া বিষণ্ণ হৈ পৰিল। বেদব্রত যোৱাৰ এসপ্তাহ হ'ল। সেইদিনা বেদব্রতৰ মৃত্যুৰ বাতৰি যেন লৈ গৈছিল ভুবনে। চিঠিখন সি পাপিয়াক বাহিৰৰ বাৰণ্ডাতে দিছিল। পাপিয়াই সেইখন পঢ়িলে। চিঠিখন পঢ়োতে তাইৰ চকুদুটা সেমেকি উঠিছিল। তলৰ ওঁঠটো কামুৰি ওলাই আহিব খোজা কান্দোন বন্ধ কৰিব খুজিছিল। কিন্তু নীৰৱে বৈ অহা তপত চকুলো দুধাৰিয়ে তাইৰ গাল দুখন তিয়াই দিছিল। তাৰ পিছত তাই দৌৰি ভিতৰ সোমাই উচুপি উচুপি কান্দিছিল। ভুবন কিংকৰ্তব্য বিমূঢ় হৈ গুছি আহিছিল।

পাপিয়াই কন্দা দেখি নন্দনা আৰু চন্দনায়ো কান্দিছিল। গোটেই ঘৰখন শোকৰ ছাঁই আৱৰি ধৰিছিল।

লাহে লাহে পাপিয়াৰ বাহিৰে আন সকলো সহজ হৈ পৰিল। মাথোন পাপিয়া বিমৰ্ষ, বিষণ্ণ হৈ পৰিল। তাই বেদব্রতক এবাৰ দেখা নোপোৱাৰ দুখত ভাগি পৰিল। খোৱা-লোৱা, শোৱা অনিয়ম হ'ল। তাই ক্ষীণাই গৈছে। চকু দুটা সোমাই গৈছে। চকুৰ গুৰি ক'লা পৰিছে। তাই সেইদিনা বেদব্রত যোৱাৰ কথাটোকে চিন্তা কৰি থাকে।

'বেদব্রত আহিছিল খবৰটো দিবলৈ। খবৰ দিয়া নহ'ল। সি সুবিধাই নাপালে। প্রথমে তাইয়েই তাৰ মনটো বেয়া কৰি দিলে। তাৰ পিছত দেউতাকে। তাই বেদব্রতক দিয়েই মকওক, দেউতাকে

কব কিয় ? তাৰ খং উঠিলে, বেয়া পালে, শান্ত কৰাৰ, যাদু তাইৰ হাতত আছে। তাই বেদব্ৰতক ভাল কৰি তুলিব পাৰে। কিন্তু দেউতাকে সেইবোৰ কথা কব কিয় ? সিতো পাপিয়া চন্দনাৰ কোনো অন্যায় কৰা নাই। সদায় পঢ়ায়, লিখি দিয়ে। সি থকাত সিহঁতৰ কিমান সুবিধা। দেউতাকে একো নজনাকৈ যিহকে তিহকে কব কিয় ?'

দেউতাকৰ ওপৰতে তাইৰ খংটো উঠে। এই এসপ্তাহে তাই পঢ়া শুনা কৰিব পৰা নাই। মন নবহে। কিতাপ আগত মেলি লৈ কিবাবোৰ ভাবি থাকে। বাহিৰত কোনোবাই কথা ক'লেও বেদব্ৰতৰ মাত বুলি ভাবি তাই ওলাই দৌৰ মাৰে। কথা-বতৰা নোহোৱা হ'ল। নিশ্চুপ মাৰি বহি থাকে নাইবা শুই থাকে।

পাপিয়াৰ এই পৰিৱৰ্তন ঘৰৰ সকলোৰে চকুত পৰিছিল। কিন্তু কোনেও একো কোৱা নাই পাপিয়াক। কবলৈ কাৰো একো নাছিল। বেদব্ৰত তেনেকৈ গুছি যোৱাত সকলোৰে দুখ পাইছে। পাপিয়াক সুস্থ কৰি তুলিবলৈ, সান্ত্বনা দিবলৈ একমাত্ৰ দেউতাকে পথ বিচাৰি ফুৰিছিল। শেষত এদিন কৈছিল। পাপিয়াৰ ওচৰ চাপি, তাইৰ মূৰত হাত বুলাই এদিন কৈছিল—"মই ভুবনক মাতি আনিছো। তাৰপৰাই বিদুৰ খবৰটো লবিচোন। নাইবা ঠিকনাটোকে লৈ, চিঠি এখন দি আমাৰ ঘৰলৈ মাতিবি। মই মাতিছো বুলি লিখিবি। আৰু লিখিবি—তেনেকৈ যোৱাত মই খুব বেয়া পাইছো। বুজিছ ? মইতো একো বেয়াকৈ কোৱা নাছিলো।" দেউতাকৰ কথাখিনিয়ে পাপিয়াক বহুত ভাল কৰি তুলিলে। বেদব্ৰতক মাতি পঠোৱাৰ আশাৰে, তাক আকৌ দেখা পোৱাৰ আশাৰে ভুবনৰ ওচৰলৈ উৰি গ'ল তাইৰ মন। ভুবন অহালৈ অপেক্ষা কৰি বাহিৰৰ বেঞ্চখনতে বহি ৰ'ল পাপিয়া। তাই মাতি পঠিয়ালে বেদব্ৰত নিশ্চয় আহিব বুলি তাইৰ এটা বিশ্বাস আছে। সেয়ে তাই মাতি পঠিয়াব। বেদব্ৰতলৈ চিঠি দিব। ভুবনৰ পৰা ঠিকনাটো পালেই হ'ল।

বেদব্ৰত গুছি যোৱাত নাজীয়ে দুখ পাইছিল যদিও, তাইৰ কোনো সলনি নহ'ল। একেদৰেই থাকিল। 'আহিছো এদিন আৰু

লাগিব। আছিহে যেতিয়া যাবই। সদায় একেলগে একে ঠাইতে কোনো কাৰো বাবে নাথাকে।' এইয়া তাইৰ ভাষ। তথাপি নাৰ্জীয়ে মাজে মাজে তাৰ অনুপস্থিতি অনুভৱ কৰে, যেতিয়া তাই কিবা সমস্যাৰ সন্মুখীন হয় তেতিয়া। অমিয়াপুৰৰ ডেকা ল'ৰাই তাইক জোকালে ঘৰত মাক-দেউতাকৰ গালি খালে তাই উপায়হীনা হৈ পৰে। মৰম আকলুৱা হৈ পৰে। তেতিয়া তাই বেদব্ৰতক বিচাৰে। মানুহজনৰ পৰা কিবা এটা খবৰ পোৱাৰ দুৰ্ব্বাৰ আকাংক্ষা এটি সংগোপনে অন্তৰত যাগি উঠে।

বেদব্ৰত শুছি যোৱাত এজনে অলপ শান্তি পাইছে। সি শুছি যোৱাত সুবিধাখিনি গ্ৰহণ কৰিব বিচাৰিলে। বিজয় উল্লাসত হাঁহিলে। সেইজন গৌৰ ৰতন। বেদব্ৰতক ভয় কৰি সি নিজকে সংযত কৰি ফুৰিছিল। বেদব্ৰত গ'ল যেতিয়া তাৰ পথ মুকলি হোৱা বুলি ভাবি ল'লে। সি ভাবে টকাৰে 'দুনিয়া' কিনিব পাৰি। মানুহ কিনিব পাৰি। নাৰ্জীক সি বহুত টকা দিছে। তাই তাৰ কথামতেই চলে। অমিয়পুৰত তাক কোনেও একো অপকাৰ নকৰে। ডেকা চামটোক চাহ, মদ, টকাৰে কিনি থৈছে। গতিকে কালৈকো তাৰ ভয় নাই। এইবাৰ তাৰ নতুন চিকাৰৰ লক্ষ্য হব পাপিয়া। পাপিয়াক সি হাত কৰিবই। যিমান লাগে সিমান টকা দিব। কিন্তু পাপিয়াক এৰি দিব নোৱাৰে সি। তাৰ কামনাৰ অনলত পাপিয়াক জাপি দিব।

সিহঁতৰ বাহিৰেও আৰু কেইবাজনৰো অন্তৰ, বেদব্ৰতৰ অনুপস্থিতিয়ে আঘাত কৰিছিল। শান্তনু। শান্তনু আৰু তাৰ ঘৈণীয়েক যশোদাই বেদব্ৰতক কেতিয়াও পাহৰিব নোৱাৰে। সিহঁতৰ পোনাৰ বেমাৰত বেদব্ৰতে কম কৰিছিল জানো? ঔষধৰ পইচা, ডাক্তৰৰ পইচা সকলো সিয়েই দিছিল। পোনাক যমৰ হাতৰ পৰা ওভতাই আনিলে। এটা পইচাও শান্তনুৰ পৰা নললে।

বেদব্ৰত একেবাৰে শুছি যোৱা খবৰ পাই স্বামী-পুত্ৰহাৰা বকুলীয়ে গাত থকা চাদৰখনৰ আঁচলেৰে মুখখনৰ ঢাকি যাতাতে কান্দি পেলাইছিল। কেৱল চকু দুটাৰে ধাৰাসাৰে পানী বৈ আহা দেখা

লৈছিল। তাইৰ শিবিৰেক নবিষ্ঠাপাটীত শবাবে পবা, চিকিৎসা কৰা, অৱশেষত মৃত শিবিৰেকৰ সৎকাৰ কৰা, সকাম কৰালৈকে বেদব্ৰতে আগভাগ লৈছিল। মুক্তমনে খৰচ কৰিছিল। বৰুলীয়ে কৈছিল—"যাবৰ সময়ত সিতো এযাৰ মাত দি যাব পাৰিলেহেঁতেন।"

তাৰোপৰি টঙ্ক ভ্ৰাইভাৰক মাজে সময়ে টকা দি সহায় কৰিছিল বেদব্ৰতে। মদ খাই মাতলামী কৰিলে, হাজোতলৈ নিলে তাক জামিনত আনিছিল বেদব্ৰতে। ধান-চাউল দি সহায় কৰা শুক্ৰ, লয়ন, ফণীহঁতেও তাক সুঁৱৰিছিল। সিহঁত সৰু মানুহ হ'লেও, সিহঁতৰ মনবোৰ সৰু নহয়।

সিহঁত কোনোৱেই অকৃতজ্ঞ নহয়। অৱস্থাই মনৰ গভীৰতা জুখিব নোৱাৰে। অৱস্থাহীন হ'লেও, সিহঁতো মানুহ। ঐশ্বৰ্য্যৰ অহঙ্কাৰত মানুহ মতলীয়া হৈ পৰে। নিঃকিনজনে কৰা উপকাৰ সিহঁতে শলাগিবলৈ টান পায়। কিন্তু এই সৰু সৰু মানুহবোৰ উপকৃত হ'লে চিৰদিন কৃতজ্ঞ থাকে। কিমান প্ৰভেদ এই ধনী আৰু দুখীয়াৰ মাজত। জীৱন নিৰ্বাহত অমিল, কথাত অমিল, মনৰ অমিল।

ঈৰ্ষাৰ অনলত নিজে নিজে পুৰি মৰিছিল নগৰৰে পলু ডেকা চাম এটি। পাপিয়াৰ লগত বেদব্ৰতৰ ইমান হলি-গলি সিহঁতৰ সহ্য হোৱা নাছিল। বেদব্ৰতক মুখত মিঠাকৈ মাতিলেও অন্তৰত সিহঁতৰ হেয় ভাব এটি লুকাই আছিল। মুখত সস্তীয়া চিগাৰেট লৈ পৰচৰ্চা কৰি সময় কটোৱা সেই ডেকা দলটোৱে বেদব্ৰতৰ অপকাৰ কৰিবলৈ সদায় চিন্তা কৰি আছিল। কিন্তু নোৱাৰিলে। বেপৰোৱাভাৱে বেদব্ৰতে সিহঁতক জ্বলাই মাৰিলে। সি যোৱাত সিহঁতৰ অন্তৰ কেইখনো যেন শাঁত পৰিল।

সঁচা কথা কবলৈ গ'লে বেদব্ৰতেও অমিয়পুৰত থাকি ভাল পোৱা নাছিল, আন কৰবালৈ যোৱাৰ কথা চিন্তা কৰিছিল। সেই বিষয়ে সি নিজে কেইবাৰাবো প্ৰকাশ কৰিছিল। শেষত তাৰেই জয় হ'ল। বেদব্ৰতে কৈছিল—"নগৰখনৰ পৰিসীমা অতি ঠেক হোৱাৰ লগে,

ইয়াৰ দুই চাৰিজন মানুহৰো মন অতি ঠেক। সেইকেইজন মানুহে লোকৰ 'ভাল' দেখিব নোৱাৰে। সিহঁতৰ ঠাই আন কোনোবাই লয়হি বুলি, সিহঁতত কৈ বেছি জনা থাকিলেও সামৰি নলয়, নামাতে। উঠি অহা শ্ৰেণীটোক সকলো সুবিধাৰপৰা বঞ্চিত কৰি ৰাখে। 'অৱহেলিত শিল্পী' পাগিয়াক মইহে প্ৰকাশ কৰাইছো মানুহৰ মাজত। সিহঁতে জানিও তেনে বহুত শিল্পী, খেলুৱৈ আঁতৰাই ৰাখিছে। এইবোৰ বৰ বেয়া কথা। এনে সংকীৰ্ণ মনৰ মানুহক মই ঘিণ কৰোঁ।"

ঠিকেই বেদব্ৰতৰ কথাৰ যুক্তি আছে। সাৰ্থকতা আছে। ফাকক, অৱনী আৰু অবেদক বেদব্ৰতে জোৰ কৰি ফুটবল টীমত 'চিট' দিয়াইছে। কামিনী, চন্দ্ৰধৰ, ভৈৰৱ আৰু হৰিহৰক, সুপ্ৰভা, মাধৱীক জোৰ কৰি গান গোৱাইছে, অভিনয় কৰাইছে। এতিয়া ইহঁতেই এইবোৰৰ গুৰি ধৰোঁতা। ইহঁত নহ'লে এতিয়া এইবোৰ নচলেই।

বেদব্ৰত ইয়াতে আছিল এসময়ত।

এতিয়া নাই।

এটা শ্ৰেণীয়ে তাক আজি সুৱঁৰিছে, যিটো শ্ৰেণীক সি নিস্বাৰ্থভাৱে ভাল পাইছিল, মৰম কৰিছিল, উপকাৰ কৰিছিল।

নিস্বাৰ্থ প্ৰেমৰ নিদৰ্শন দাঙি ধৰিবলৈ যাওঁতে দুই এজনৰ স্বাৰ্থত ব্যাঘাত জন্মিছিল, সেই শ্ৰেণীটোৱে আনন্দত আত্মহাৰা হৈ ফুৰিছে বেদব্ৰত গুছি যোৱাত।

বেদব্ৰত অমিয়পুৰৰপৰা গুছি যোৱা বহুদিন হ'ল। সি অমিয়পুৰলৈ পুনৰ নাহিবলৈ প্ৰতিজ্ঞা কৰা নাই। এদিন সি নিশ্চয় আহিব। তাৰ ঘৰ-দুৱাৰ আছে, মাটি-বাৰী আছে।

নতুন ঠাইখনলৈ গৈ প্ৰথমে অলপ আহুকালৰ সমুখীন হৈছিল। লাহে লাহে সকলো সমাধান কৰি লৈছিল। ডিগবৈত সি অকল্যানবীয়া

যেন অনুভৱ কৰিলে। সকলো অচিনাকী। দিন যোৱাৰ লগে লগে সি মিলি পৰিছিল সেইখন সমাজৰ লগত। কিন্তু অমিয়পুৰৰ নিচিনাকৈ ডিগবৈত আহি সি নিজকে মৰম-চেনেহৰ সোঁতত বিলীন কৰি নিদিলে। অমিয়পুৰৰ মানুহখিনিয়ে তাক দিলে কি? সি পালে বা কি? সেয়ে সি ডিগবৈত কিছু সাৱধান হৈ থাকিল।

ডিগবৈত সি 'নাৰ্জী', 'পাপিয়া', 'বন্দনা' বাইদেউক লগ পোৱা নাই। কাৰোবাৰ ফুলনিত নাৰ্জী ফুল দেখিছে। বিহঙ্গৰ মৃত্যুত বিহঙ্গী পাপিয়াৰ করুণ বিননি দূৰৈৰপৰা ভাহি অহা শুনিছে। কোনোবাই ভগবানৰ ওচৰত প্ৰাণ ঢালি বন্দনা গোৱা শুনিছে। কিন্তু মায়া-মোহৰ, মৰম-চেনেহৰ আৱৰণ পিন্ধা কোনো নাৰ্জী, পাপিয়া, বন্দনা বাইদেউ, নন্দনা, চন্দনাক লগ পোৱা নাই। নতুন ঠাইখনত মীৰা বাঈৰ ভজন শুনিবলৈ সি দৌৰি অহা-যোৱা কৰাও নাই। মাথোন দৈনন্দিন জীৱনৰ ৰুটিনৰ লগত সি নিজকে ব্যস্ত ৰাখিলে।——

সময়ৰ চকা ঘূৰি আছে। বেদব্ৰত নতুন ঠাইখনত পুৰণি হ'ল। বেদব্ৰতৰ অচিনাকী চিনাকী হ'ল। ইয়াৰ মাজতে এদিন হঠাৎ নাৰ্জীৰপৰা চিঠি এখন পালে। সি ব্যগ্ৰ হৈ চিঠিখন খুলি পঢ়িলে—"——সেৱা লব। পাপিয়াৰপৰা আপোনাৰ ঠিকনাটো আনিলো। জীৱনৰ শেষ সন্ধিক্ষণত আপোনাক লগ পাবলৈ বৰ হেঁপাহ হৈছে। লগ নাপাম বুলি জানো। সেয়ে এই চিঠিখনকে লিখিছো। গতানুগতিকভাৱে জীয়াই আছোঁ। জীয়াই থাকিম আৰু কেইমুহূৰ্তমান। আপোনালৈ লিখা শেষ হোৱাৰ লগে লগে চিঠিখন ডাকত দি আহি, মই মোৰ জীৱনৰ যৱনিকা টানিম। বাধ্য হৈছো। পৃথিৱীখন বৰ জটিল বিদু দা। বৰ এন্ধাৰ দেখিছো। পোহৰৰ লেশ মাত্ৰাও নাই। ঘৰৰ বাহিৰৰ সকলোৰে অপবাদ, অপমান মূৰ পাতি লৈ মই জীয়াই থকাটো দুঃসহ হৈ উঠিছে। আপোনাৰ উপদেশ, আদেশৰ কথাবোৰ মনত পৰিছে। আপোনাৰ উপদেশৰ মূল্য এতিয়াহে বুজিছো। কিন্তু বহুত পলম হৈ গ'ল। থিয়েটাৰ-ভাওনা, বিয়া-সবাহ, সমাজ সকলো ত্যাগ

কৰি ঘৰতে থকি থকি দিন কটাইছো। কেঁচা মগুহৰ লোভত বনবাজে নিজকে সাধু সজাই, পথিকক সোণৰ আকৰ লোভ দেখুৱাই ভক্ষণ কৰাৰ দৰে, কেঁচা মগুহ লোভী বামবাগী বহুতো মানুহে সাধুতাৰ মুখা পিন্ধি, ধন-ঐশ্বর্য্য দেখুৱাই মোৰ জীৱনটো ধ্বংস কৰি পেলালে। কেৱল জীয়াইহে আছো। চকু পানীৰে থাবলৈ লোৱা ভাত মুঠিকে নেদেখো। মা-দেউতাৰ লাঞ্চনা, গঞ্জনা, অভিশাপ শুনি শুনি মোৰ কাহানিবাই মৃত্যু হৈছে। মই অন্তঃসত্বা। কোনো অভিশপ্ত নক্ষত্ৰৰ নিচিনাকৈ ওলমি আছো। বিচৰণ কৰাৰ মোৰ শক্তি নাই। জীৱনৰ শেষ অধ্যায় প্ৰায় সমাগত। বেছি সময় নাই, জীৱন-চাকিৰ তেল টুকাই, শলিতাডালি পুৰি শেষ হৈ আহিছে। সেয়ে জীৱনৰ চৰম মুহূর্তত আপোনালৈ কৃতজ্ঞতা জনাই এইয়া লিখিছো। আপোনাৰ জীৱন মধুময় হওক। মৃত্যুৰ আগমুহূর্ততো সেইষাৰিহে প্ৰার্থনা কৰিম। আপুনি প্ৰকৃত মানুহ। আপুনি মোৰ প্ৰকৃত ককাইদেউ আছিল। কিন্তু মই 'ভনী'ৰ মৰ্য্যাদা দিব নোৱাৰিলো। মোক ক্ষমা কৰিব। ইতি—আপোনাৰ— নাজী।" তলত—"পুনৰ—আপুনি পাপিয়াৰ খবৰ যেনে তেনে লব। মোৰ অনুৰোধ। তাইৰ মনৰ অৱস্থা বৰ বেয়া। গৌৰ ৰতনৰ ঘটনাটো জানিব পাৰিছেনে? পাপিয়াই জনাইছে নিশ্চয়। পিছত জানিব পাৰিব। পাপিয়াৰ খবৰ লব। তাইলৈ চিঠি দিব। বেচেৰীজনীলৈ বেয়া লাগে। বিশেষ নাই।"

নাজীৰ চিঠিখন পঢ়ি টেবুলতে থৈ দিলে। ভাবিলে—গৌৰ ৰতনৰ কি হব পাৰে? পাপিয়াই হয়তো তাৰ দুখতে মন মাৰি আছে। থাকক। সি আৰু কাৰো খবৰ নলয়। পাপিয়াই তালৈ চিঠি দিছিল। সিও উত্তৰ দিছিল। তেন্তে তাই কিয় নিশ্চুপ হৈ বব? পাপিয়াই প্ৰথমখন চিঠিত লিখিছিল—"—— মোৰ শ্ৰদ্ধা লব। ভুৱনৰপৰা আপোনাৰ ঠিকনাটো যোগাৰ কৰিলো। আপোনাৰপৰা চিঠি এখন পাম বুলি ভাবিছিলো ইমান দিনে। বৈ থাকি আমনি লাগিল।—আপুনি তেনেকৈ গুছি বোৱাত ঘৰৰ আটায়ে খং কৰিছে আপোনাক। মা-দেউতায়ো

যেন্না পাইছে। দেউতাই আপোনাক এবাৰ মাতিছে।—আপুনি দেখোন মোক শিকাইছিল ভাগুৰে কথা ক'লে থং নকৰিবলৈ, যেন্না ধৰাথে নলবলৈ ? অভিভাৱকে ল'ৰা-ছোৱালীক বেয়া দেখিলে শাসন কৰিবই, দুয়াৰ টান কথা শুনাবই। আপোনাকো যদি কয়,—আপুনি বেয়া নেপায় বুলি মোক কৈছিল দেখোন। তেন্তে আপুনি কিয় দেউতাৰ ওপৰত খং কৰি গুছি গ'ল ? মই হ'লে বৰ দুখ পাইছো। আপুনি কেইদিনমানৰ ছুটী লৈ আহিব যেনে তেনে। ঘৰৰ আটায়ে বাট চাই আছে। আপুনি অহালৈ মই অপেক্ষা কৰিম।———"

দুজনী পূর্ণ যৌৱনা গাভৰু।

নাৰ্জী আৰু পাপিয়া।

এজনীয়ে জীৱনৰ সৰ্বস্ব হেৰুৱাই চাৰিওফালে অন্ধকাৰ দেখিছে। মৃত্যুক বাচি লৈছে চিৰ শান্তি বিচাৰি। আনজনী সৰ্বস্ব হেৰুওৱাৰ পথত। নিৰাশাবাদী নহয়। আশা বুকুত বান্ধি জীয়াই থকাৰ প্ৰতিশ্ৰুতি।

নাৰ্জীৰ চিঠিখনৰ উত্তৰ দিয়া প্ৰয়োজন বোধ নকৰিলে। তাই বোধহয় আৰু নাই। তাইৰ জীৱন নক্ষত্ৰ সি চিঠি পোৱাৰ আগেয়ে বোধহয় কেনিবা উধাও হ'ল। তেনে কদৰ্য্য জীৱন শেষ হোৱাত তাৰ আপত্তি নাই।

পাপিয়াৰ চিঠিখনৰ উত্তৰ লগে লগে দিছিল। সি লিখিছিল "——মই যাম। কিন্তু তোমাক সময় দিব নোৱাৰো। তোমা-লোকক, তোমাৰ মা-দেউতা কাকো মই খং কৰা নাই। কেৱল যোৱাটো নাইবা তোমালোকক মৰম-চেনেহ কৰাটো যুক্তিসঙ্গত নহয় বুলি অলপ পলমকৈ হ'লেও জানিব পাৰিলো। মইনো কোন ? তোমালোকক মৰম কৰিবলৈ, কিবা শিকাবলৈ মোৰ কি অধিকাৰ আছে ? নহ'লে তুমি সোধামে—মই তোমাক কিয় ইমান বেছি ভাল পাওঁ ? শুনা—তোমাক ভাল লাগে বাবেই ভাল পাওঁ। সদায় ভাল পাই থাকিম। ——তোমাক কিবা দিব পাৰিলো নে

নাই নাজানো। কিন্তু জীৱনটো উৱলি যাব নিদিবা।——মৰম আৰু শুভেচ্ছাৰে——।"

বেদব্ৰতে ভাবিছিল, পাপিয়াই মাতি দিয়া চিঠি অনুসাৰে সি যদি নাযায়, তেন্তে পাপিয়া নীৰৱ হৈ ৰব। তাৰ কথা পাহৰি যাব। সেয়ে সি নোযোৱাটোকে ঠিক কৰিলে। তথাপি, তাৰ পিছত পাপিয়াৰপৰা সি কেইবাখনো চিঠি পাইছিল। দ্বিতীয়খনত লিখিছিল,—"——আপুনি খং কৰি গুছি গ'ল, অথচ আপোনাৰ মৰমৰ 'পাপিয়া'লৈ এবাৰো মনত নপৰিল। মোৰ চিঠি পায়ো মনত নপৰেনে? আপুনি এদিন আহি অমিয়পুৰৰ 'পাপিয়া' নামৰ ছোৱালীজনীক চাই যাওকহি। মোৰ দেহ-মনৰ অৱস্থা মই নিজে বৰ্ণাব নোৱাৰো। আপুনি নিজে চাওকহি।——আগৰ চিঠিখনৰ উত্তৰ নিদিলে কিয়? আপুনি কেইদিনমানৰ ছুটী লৈ যেনে-তেনে আহিব। আমি সকলোৱে আপুনি আহিব বুলি অপেক্ষা কৰি আছো। ঘৰত ভালেই।——"

বেদব্ৰতৰ সন্দেহ হ'ল যে তাৰ চিঠি পাপিয়াই নাপালে কিয়? ঠিকনা লিখোঁতে ভুল হ'ল নেকি? ভুল হবও পাৰে। পাপিয়ালৈ সি আকৌ চিঠি এখন লিখিবলৈ সাজু হ'ল। তাইলৈ বেদব্ৰতে চিঠি দিবই। তাইৰ জীৱনৰ দায়িত্ব সি যে লৈ থৈছে। সেয়ে চিঠিৰেই সি পথৰ ইংগিত দিব পাপিয়াক। সি নিজে কিন্তু তাইৰ ওচৰলৈ নাযাবলৈ দৃঢ় প্ৰতিজ্ঞ। সি লিখিছিল—"তুমি ইমান দুৰ্বল হৈ পৰিছা কিয়? মই দূৰত থাকিলেও তোমাৰ মনৰ নিচেই কাষতে আছো। মনস্তত্বৰ কথা পাহৰিলা নেকি? কেতিয়াবা যে তোমাৰ আৰু মোৰ মনৰ ভাববিলাক মিলি গৈছিল? দুটি প্ৰাণীয়ে পবিত্ৰ অন্তৰেৰে পৰস্পৰক ভাল পালে, দূৰে দূৰে থাকিলেও, একে সময়তে, একে কথাৰ প্ৰতিক্ৰিয়া ঘটে দুয়োৰে হৃদয়ত। তোমাৰ, মোৰো হৈছিল।——পৃথিৱীখন বৰ জটিল। জীৱনৰ গতিপথ খলা-বমাৰে পৰিপূৰ্ণ। চাই-চিতি খোজ দিবা। পিচলি পৰাৰ ভয় আছে। মই যাম। যোৱাৰ সময় হোৱা নাই বাবেই যোৱা নাই। এদিন যাম নিশ্চয়।——মৰম লবা।—"

পাপিয়া উৰাউলী হৈ পৰে। বেদব্ৰত অহালৈ বাট চাই চাই তাইৰ চকুৰ বিষ উঠে। খঙো উঠে তাৰ ওপৰত। সি নাহে নাই। চিঠি এখনৰতো উত্তৰ দিব পাৰে। তাই ভাবে বেদব্ৰতে হয়তো তাইৰ চিঠি পোৱা নাই। সেই ভাবি আকৌ লিখে—“——কোনোবা উপন্যাসৰ নায়ক-নায়িকাৰ পেনপেনীয়া ভাষাৰে চিঠি লিখিব মই নাজানো। সহজ-সৰল ভাষাৰেই লিখিছো। আপুনি বৰ নিৰ্দয়। আপোনাৰ মৰমৰ অন্তৰালত স্বাৰ্থ যে নিহিত নাছিল, সেই কথা আপুনি ন দি কব নোৱাৰে। নহ’লে কিয় আপুনি চিঠি এখনেৰে আমাৰ ঘৰখনৰ খবৰ এটা লব নোৱাৰে? আপুনি নিৰ্দয়, আপুনি স্বাৰ্থপৰ।----নন্দনা বাইদেউ আৰু চন্দনাৰ বিয়া হৈ গ’ল। আপোনালৈ দেউতাই চিঠি দিছিল। বিয়াতো নাহিল।-----মই সোধা কথাষাৰৰ বাবে মোক ক্ষমা কৰিব। -----বিশেষ নিলিখো। ইতি-----পাপিয়া।”

পাপিয়াৰ চিঠিখনে বেদব্ৰতক ভবাই তুলিলে। সি নিশ্চিত হ’ল যে তাৰ এখন চিঠিও পাপিয়াই পোৱা নাই। তেনেহ’লে তাৰ চিঠিবোৰ কি হ’ল? কোনে পায়? সিতো পাপিয়াৰ, দেউতাকৰ, প্ৰত্যেকখন চিঠি পাইছে। নন্দনা, চন্দনাৰ বিয়ালৈ মতা চিঠিও পাইছে। সিহে ইচ্ছা কৰি যোৱা নাই। বাকী প্ৰত্যেকখন চিঠিৰে সি উত্তৰ দি আছে। তেনেহ’লে চিঠিবোৰ আন কোনোবাই নিয়ে? এইবাৰ সি আকৌ চিঠি দিব। এইবাৰ পাপিয়াৰ দেউতাকৰ ঠিকনাত দিব। সি লিখিব খোজা চিঠিখনৰ উত্তৰ পালেই যেনে তেনে যাব পাপিয়াৰ ওচৰলৈ। মুঠেই পলম নকৰি সি লিখিলে—“পূজনীয় খুৰাদেউ,——মোক ক্ষমা কৰিব। মই প্ৰত্যেকখন চিঠিৰেই উত্তৰ দি আছো। আপোনালোকে কিয় পোৱা নাই মই নাজানো।——আপোনালোকৰ পৰা উত্তৰ পালেই যাম। কেইদিনমানৰ ছুটী লৈ যাম।——” আন এখন চিঠি লিখিছিল—পাপিয়ালৈ। “——নন্দনা আৰু চন্দনাৰ দাম্পত্য জীৱন সুখৰ হওক। কিন্তু তোমাতকৈ আগে চন্দনাৰ বিয়া হ’ল কিয়? নন্দনাৰ পিছত তোমাৰহে বিয়া হব লাগিছিল? তুমি

বৈ পলা কিয় ? সকলো জনাবা। দেউতাৰাৰ চিঠিত মিছা কথা এযাৰ লিখিছো। উত্তৰ পালেই যাম বুলি। কিন্তু মই অমিয়পুৰৰ পৰা চিৰ বিদায় লৈ আহিছো। আৰু নাযাওঁ। অমিয়পুৰত থকা ঘৰ-দুৱাৰ ৰতন লহকৰৰ জৰীয়তে বিক্ৰী কৰি দিম বুলি ভাৱিছো।----তোমাৰ জীৱনৰ সকলো কাম নিয়াৰিকৈ কৰি যাবা। সংগীত সাধনা নেৰিবা। তোমাৰ সুখ-শান্তি দেখিলেই ময়ো সুখী।------বিদু দা।"

বেদব্ৰতৰ সেইখনেই শেষ চিঠি। সেই চিঠিখনৰ উত্তৰত যি পালে, সেইয়া তাৰবাবে আছিল তীব্ৰ বেদনা, মৰ্মান্তিক দুখ। পাপিয়াৰ দেউতাকে লিখিছিল " ---- তুমি অহঙ্কাৰী। নহ'লে ইমান মতা সত্বেও এবাৰ আহিব নোৱাৰানে ? মোৰ চিঠিত এটা কথা লিখি পাপিয়াৰ চিঠিত আন এটা কথা লিখি ৰাগী মাৰিছা কিয় ? তুমি কি এনে পদবীটো পাইছাহে ? তোমাৰ নিচিনা চাকৰিয়াল বিশ-পচিশটা মই ঘৰতে ৰাখিব পাৰো। মোক তুমি কি বুলি ভাবিছা ? -----" লগে লগে পাপিয়াৰখনো পঢ়িলে—" ------ আপোনাৰ পৰা এখন মাত্ৰ চিঠি পালো। তাৰেই উত্তৰ লিখিছো। সেইবাবে দেউতাৰ খং। তেনেকৈনো লিখিছিল কিয় ? আপুনি যি ভাল দেখে কৰিব। মই গোটেই জীৱন বৈ থাকিম। যিদিনাই আপুনি কব যে, মই আপোনাৰ আদৰ্শৰ ছোৱালী-জনী হব পাৰিছো, সেই দিনাই মোৰ জীৱনৰ, ভবিষ্যত জীৱন পথৰ আঁচলত বুটা বাচিম। সংগীত সাধনা কৰি আছো। ------ নাজী নাহে। সজীৱ, নাজীৰ ভায়েক সঞ্জীৱ বেয়া হ'ল। পঢ়া-শুনা নকৰিলে। মদ খায়। আজিকালি মাৰ-পিট কৰিব আৰম্ভ কৰিছে। কেতিয়াবা পুলিচে ধৰি লৈ যায়। সিহঁতৰ মাক-দেউতাক মৃত্যু শয্যাত। কাককে আত্মহত্যা কৰিলে। কণমাই বাপুৰামৰ জগত পলাই গ'ল। আপোনাৰ ঘৰত কাম কৰা জগতৰ চিকিৎসাৰ অভাৱত মৃত্যু হ'ল। ------ বহুত কথা। ৰতন হুলিপেকাৰ পৰা ওলাইছে। ইতি—পাপিয়া।"

দুৰ্য্যোধন চিঠি পঢ়ি দোমোজাত পৰিল। এখনত তীব্ৰ গৰজ সনা, আনখনত মৌ সনা। নাই, সি অমিয়পুৰৰ সকলো বিক্ৰী কৰি দিব। তাৰে সি পুনৰ উন্নতি নাযায়। অমিয়পুৰত তাৰ কোনো নাই। পাপিয়াৰ যি হয় হওক। পাপিয়া তাৰ কোনো নহয়। পাপিয়াৰ চিঠিৰ উত্তৰ নিদিয়ে সি।

পাপিয়াৰ কথা পাহৰিবলৈ চেষ্টা কৰি সি নিজকে ব্যস্ত ৰাখিলে নানা কামত। লাহে লাহে পাহৰিছিল। পাপিয়াৰ চিন্তাই আগৰ দৰে তাক আমনি নকৰে। সি সহজ হৈ পৰিছিল।

কেতিয়াবা কোনোবাই তালৈ বিয়াৰ প্ৰস্তাৱ আগবঢ়ালেও সি অন্যমনস্ক হৈ থাকে। ---আঁতৰি যায়।

বেদব্ৰত অমিয়পুৰৰপৰা গুছি যোৱাৰ পিছতেই গৌৰ ৰতনে পাপিয়াৰ ঘৰলৈ যোৱা কণ্টকময় পথ নিস্কণ্টক হৈ যোৱা বুলি ভাবি লৈছিল। গৈছিল—এদিন দুদিন নহয়, বহুদিন গৈছিল। প্ৰথমে ঘৰৰ ইটো সিটোৰ লগত। তাৰ পিছত ক্ৰমে সি পাপিয়াৰ সান্নিধ্য বিচাৰিবলৈ ললে। মিঠা-পাণ, মিঠাইৰ টোপোলা লৈ সি সদায় সন্ধিয়া পাপিয়াহঁতৰ ঘৰত উপস্থিত হয়। তাৰ চকু মুখত কামনাৰ ৰঙা জুই জ্বলে। অন্তৰৰ নিভৃত কোণত শুই থকা আদিম সত্তাটো জাগি উঠে।

তাৰ আগমন পাপিয়াই মুঠেই ভাল নাপায়। তাৰ প্ৰবৃত্তি তাই বুজে। তাৰ ওচৰত তাই খুব সাৱধান হৈ চলে। ৰতনক তাই ঘৃণা কৰে। তাৰ অভিলাষৰ বাবে তাক ঘৃণ কৰে। অথচ তাই মুখ ফুটাই একো কব নোৱাৰে। কিবা এটা কৰলৈ তাই কোনো সুবিধাই পোৱা নাই। গৌৰ ৰতনক তাই টান কথা শুনাব। কিন্তু যেতিয়াই তেতিয়াই যি কোনো কথাও কৈ দিব নোৱাৰে। পাপিয়াৰ প্ৰতি তাৰ দুৰ্বলতা, স্বাৰ্থ যে তাৰ অন্তৰত নিহিত হৈ আছে,

সেই কথা ৰতনৰ লোলুপ দৃষ্টিত, ব্যৱহাৰত, চকু-মুখত স্ফুটি উঠে। পাপিয়াই সেইটো ধৰিব পাৰে। কিন্তু একো কব বা কৰিব নোৱাৰে। কাৰণ সি পাপিয়াৰ ঘৰলৈ আহিছে। পাপিয়াই তাক যিমানে বেয়া নাপাওক, মানুহ এজনক অপমান কৰাটো অন্যায় হব। যিহেতু এতিয়ালৈ ৰতনৰ মুখৰপৰা কোনো কথাই প্ৰকাশ হোৱা নাই। যিমান শত্ৰু হ'লেও, নিজৰ ঘৰলৈ আহিলে বেয়া ব্যৱহাৰ কৰাটো অন্যায়। এইবিলাক কথা বেদব্ৰতে তাইক শিকাই গৈছে। কিন্তু তাই ৰতনৰ মনত আঘাত হানিব এদিন, যিদিনাই সি পাপিয়াক বেয়া ব্যৱহাৰ কৰিব, বেয়া কথা কব, সেইদিনাই তাৰ ওপৰত চৰম প্ৰতিশোধ লব।

এদিনৰ কথা। যিটো দিন গৌৰ ৰতনৰ বাবে শুভ নাছিল। আন দিনাৰ দৰে সি গৈছিল। হাতত সন্দেশৰ টোপোলা। গৈয়েই পাপিয়াক লগ পাইছিল। তাইৰ হাতত টোপোলাটো আগবঢ়াই দিছিল। পাপিয়াই হাতেৰে নলৈ মাথোন ক'লে—"আপুনি সদায় এইবোৰ কিয় আনে? কালৈ আনে?"

"কিয়, মানে তুমি বেয়া পোৱা?" পাপিয়াৰ প্ৰশ্নত অপ্ৰস্তুত হৈ ৰতনে সুধিলে।

"—বেয়া পাওঁ। আপুনিতো সদায় আহে আমাৰ ঘৰলৈ। সেইবুলি এইবোৰ কি উদ্দেশ্যত আনে? আহিয়েই আপুনি মোকহে আগে বিচাৰে। মই এইবোৰ ভাল নাপাওঁ। মা-দেউতা আছে, আপুনি মোৰ লগতহে— "

পাপিয়াৰ আধা কোৱা হ'ল কথাখিনি। ৰতনে মাজতে মাত দিলে—"তোমাৰ লগত মোৰ কথা আছে। তুমি খং কৰিছা কিয়?"

"কি কথা?"

"বাহিৰলৈ বলা। মানে মোৰ গাড়ীতেই অলপ ফুৰি আহোঁ বলা। একেবাৰে নতুন 'ফ্রিয়েট'। ফুৰি আহিলে ভাল লাগিব। কথাটোও কব পাৰিম। বলা।"

"চাওক ৰতন বাবু। আপোনাক ইমান দিনে সন্মান কৰি আহিছো। গতিকে আপুনি সেই সন্মানৰপৰা বঞ্চিত নহব। পিছলি নপৰিবলৈ সাজু হওক। আপোনাৰ কি কবলগীয়া আছে, ইয়াতেই কওক। আপোনাৰ গাড়ীত আপুনি নিজে উঠি গা-মন শাঁত পেলাব।"

"ইয়াতে ক'লে বেয়া নোপোৱা যদি" বুলি ৰতন বৈ গ'ল। কিবা এটা গোন্ধ পাই ইফালে সিফালে চালে। দুৱাৰৰ পৰ্দাৰ ফাঁকেৰেও এবাৰ চাই ললে। তাৰ মুখেৰে কথাখিনি ওলাবই নোখোজে। মুখখন শুকাই গৈছে। কপালখনত ঘামৰ টোপাল বিৰিঙি উঠিছে। চকু দুটা কি যে হৈছে। চকু দুটাই তাৰ ভিতৰৰ মানুহটোক জগাই তুলিছে। তথাপি সি কৈ গ'ল—"ইয়াতে ক'লে বেয়া নোপোৱা যদি কওঁ বাৰু। পাপিয়া।" আকৌ বৈ গ'ল। কবলগীয়া কথা ৰতনৰ বহুত আছে। কিন্তু আজি কথাবোৰ দেখোন তাৰ মনৰপৰা ওলাই আহিলেও ডিঙিৰপৰা ওলাই আহিব নোখোজে, কিবা এটা অজান শঙ্কাত বৈ যায় সি।

"তেনেকৈ মোৰ ফালে কি চাই আছে? কি কব খোজে সোনকালে কওক। মোৰ কাম আছে।" পাপিয়াই অলপ খঙেৰেই ক'লে।

চতুৰ গৌৰ ৰতনে কথাৰ আঁত সলাই কৈ যাব ধৰিলে—"চোৱা পাপিয়া। তোমাক মই নিজৰ দৰেই ভাল পাওঁ, মৰম কৰোঁ। সেই বাবেই তোমাৰ অমঙ্গল কামনা কৰিব নোৱাৰো। কিবা বেয়া দেখিলে বহি চাই থাকিব নোৱাৰো। সহ্য নহয়। বুজিছা, বেদব্ৰতে তোমাক, তোমালোকৰ ঘৰখন এৰিলে কিয়? তোমালোকে নিজে নাখাই খুৱাইছিলা। কিমান মৰম, কিমান আব্দাৰ কৰিছিলা, সেই কথা মই কিয়, বহুতেই জানে। সি চয়তান, জানোৱাৰ, স্বাৰ্থপৰ। নহ'লে তোমালোকৰ মৰম সি ইমান সোনকালে পাহৰিব পাৰেনে? বেদব্ৰতৰ চৰিত্ৰৰ কথা মই জানো। তোমাক সি স্বাৰ্থৰ বলি কৰিব খুজিছিল। কেতিয়াবা আহিলে তোমাৰ হৈ মই প্ৰতিশোধ লম। জীৱনলৈ ঘৃণীয়া কৰি থম।"

"ৰতন বাবু!" আকৌ পাপিয়াই চিঞৰি উঠিল মাজতে। "লোকৰ বেয়া সমালোচনা কৰিছে কিয়? তেওঁ আপোনাক কি কৰিছে? তেওঁৰ চৰিত্ৰ সম্বন্ধে কটু সমালোচনা কৰিবলৈ আপোনাৰ লাজ নেলাগে? তেওঁ চৰিত্ৰহীন হব পাৰে, কিন্তু মোৰ ওচৰত ইমান দিনে সৎ চৰিত্ৰৰ পৰিচয় দি আহিছে। মোৰ আগত সেইবোৰ নকব। কোনো মানুহৰে বেয়া সমালোচনা মোৰ আগত দাঙি নধৰিব। বিচাৰ-বুদ্ধি মোৰো আছে। লোকৰ বেয়াখিনি প্ৰচাৰ কৰিব মোৰ আগতে নিজৰ নষ্ট চৰিত্ৰটো পবিত্ৰ কৰি লব। আপুনি কিমান গুণবান সেই কথা মোৰ জনা আছে।" একে উশাহে কথাকেইটা কৈ পাপিয়া বৈ গ'ল। ক্ষন্তেক নীৰৱতাৰ পিছত আকৌ ক'লে,—"আপুনি যাওক। আপুনি যাওক।"

গৌৰ ৰতন খং আৰু লাজত ৰঙা হৈ উঠিল। তথাপি তাৰ মুখ্য উদ্দেশ্য প্ৰকাশ কৰিবৰ মনেৰে ক'লে,—"পাপিয়া, মোৰ কথা শুনা। তোমাৰ বাবেই মই নতুন গাড়ী লৈছো। তোমাক মই ভাল পাওঁ। তোমাক মই বিয়া কৰাম। টকা-পইচা, সুখ-শান্তি সকলো দিম। তুমি বেদব্ৰতৰ চিন্তা বাদ দিয়া।"

পাপিয়াৰ সমস্ত দেহটো কঁপি উঠিছিল। "ৰতন বাবু!" বুলি জোৰে চিঞৰি টেবুলত থকা মিঠাইৰ টোপোলাটো ৰতনৰ মুখলৈ মাৰি পঠিয়ালে।

"ঠিক আছে। মই ইয়াৰ প্ৰতিশোধ লম।" বুলি ধুমুহাৰ দৰে কোঠাটোৰপৰা ওলাই আহিছিল। সি ওলাই আহি বাৰাণ্ডাত ভৰি দিছিল। তাৰ পিছত কাৰোবাৰ প্ৰহাৰত অচেতন হৈ পৰি গৈছিল। মূৰটো ফাটি নিগৰি নিগৰি তেজ ওলাইছিল।

বাহিৰত মাৰ-পিটৰ শব্দ শুনি পাপিয়া ওলাই আহি সেই দৃশ্য দেখি চিঞৰি উঠিছিল। পাপিয়াহঁতৰ ঘৰত ঘটনাৰ বুজ লবলৈ বহুত মানুহ গোট খাইছিল। দুজনমানে ৰতনক হস্পিতেললৈ লৈ গ'ল। গাড়ীখন পাপিয়াহঁতৰ পদূলিমুখতে ৰ'ল।

কিছুমানে সজীৱৰ ওচৰত কিবা শুনাৰ আশাত থিয় দি থাকিল। কিছুমান ঘূৰি গ'ল। সক ল'ৰাকেইটামানে গাড়ীখনৰ ধূলি

লগা ঠাইবোৰত আঙুলিৰে নিজৰ নাম, ঠাইৰ নাম আদি লিখাত ব্যস্ত হৈ পৰিল।

পাপিয়াৰ মাক-দেউতাক, বাইদেৱেক, ভনীয়েকহঁত বাৰাণ্ডাত থিয় দিছেহি। কাম কৰা ল'ৰা এজনে তেজ পৰি থকা ঠাইবোৰ ধুই পৰিস্কাৰ কৰি আছে।

"সঞ্জীৱ! তুমি এইয়া কি কৰিলা?" পাপিয়াই তন্নার্ত্ত চাৱনিৰে সুধিলে।

"পাপিয়া বাইদেউ! মোক ক্ষমা কৰিবা। মোৰ জীৱনটো মৰা নৈৰ বুকুৰ কাঠৰ দৰে উৰলি গ'ল। নিজৰ জীৱনৰ কথা ভাবিবলৈকে নহ'ল। আনকি মা, দেউতা, ভনী নাজীৰ মুখতো মই অলপ হাঁহি বিৰিঙাব নোৱাৰিলো। নাজীৰ জীৱনটো ৰতনে ধ্বংস কৰি পেলালে। সেইদিনাৰ পৰাই ৰতনক মই বিচাৰি ফুৰিছো প্ৰতিশোধ লবলৈ। সি অলপ সময় তলকা মাৰি ৰ'ল। তাৰ ওচৰত বৈ থকা মানুহবোৰ এবাৰ চাই ললে। তাৰ পিছত আকৌ কৈ গ'ল—"মই মদ খাই আহিছো। তুমি মোক ঘিণ কৰিছা বুলি মই জানো। কিন্তু মই হ'লে তোমাক ঘিণ নকৰো। ৰতন আৰু বলোভদ্ৰই তোমাৰ বদনাম গাই ফুৰে। বিদু দাই দিয়া চিঠি, পিয়নক টকা দি সিহঁতে লৈ যায়। সেই কাৰণেই এখন চিঠিও তুমি বিদু দা'ৰ পৰা পোৱা নাই আজিলৈ।"

"সঞ্জীৱ!" পাপিয়াই কান্দি উঠিল।

"সঁচা পাপিয়া বাইদেউ! মই মদ খালেও হচ্ মোৰ ঠিকেই আছে। মই ভ্ৰম বলকি থকা নাই। মাতলামী কৰা নাই। মই পাগল হোৱা নাই। মোৰ বিবেক ঠিকেই আছে। বিদেশৰ পৰা আহি য'তেই আশ্ৰয় লব, তাতেই ঘৰঘৰ সোমাব। অসমত কানীয়া, ভভূৱা, সোৰোপা লোক থাকিলেও আমাৰ নিচিনা সাহসী, বলী, নিস্বাৰ্থ ডেকা এতিয়াও বহুত জীয়াই আছে। কেৱল মদ খাওঁ, জুৱা খেলো আৰু চয়তানসকলৰ মুখা খুলি দিওঁ বাবেই আমি গুণ্ডা। গুণ্ডা বাবেই আমাৰ মূল্য কম। আৰু মূল্য কম

বাবেই সমাজত আসন আমি নাপাওঁ। সুযোগ সুবিধা নাপাওঁ। অথচ আমাৰ লেখীয়া মানুহে লোকৰ হে চুৰি কৰি জেল খাটে।"

"সঞ্জীৱ! যোৱা, এতিয়া তুমি ঘৰলৈ যোৱা।" পাপিয়াই যেন তাৰ মুৰত কোবহে মাৰিলে। পাপিয়াই কথাষাৰ ভাল ভাবতে কৈছিল। ইফালে ৰাতিও হৈছিল। সঞ্জীৱৰ নিচা হোৱা দেখি পাপিয়াৰ ভয়। সঞ্জীৱে পাপিয়াৰ কথাষাৰৰ অৰ্থ বেলেগ ধৰণে লৈ প্ৰথমে লাহে লাহে দুষাৰমান কৈ তাৰ পিছত পাপিয়াক উদ্দেশ্য কৰি ক'লে—

"পাপিয়া বাইদেউ! মই কেতিয়াবাই আহি ইয়াতে থিয় দি সকলো চাই আছো। সকলো কথা শুনি আছো। বিদু দাই তোমাক পথৰ সন্ধান দিছে, আদৰ্শ দিছে। তুমিও ভাল আৰু বিদু দাও ভাল। সকলোৱে কয় ভাল বুলি, মই অকলে নহয়। সেই বিদু দাক অপমান কৰিব? বদনাম গাব?"

"তুমি সঞ্জীৱক লৈ যোৱানা।" কোনোবা এজনৰ ওচৰত পাপিয়াৰ অনুৰোধ।

"ভিতৰতে শুৱাই থোৱা। টেঙা অলপ খুৱাই দিলেই নিচা ফাটিব।" আন এজনৰ উপদেশমূলক মন্তব্য। "বৰ ভাল ল'ৰাটি ধ্বংস হ'ল। দুখেই লাগে।"

এনে ধৰণৰ দুই চাৰিটা মন্তব্য দি মানুহ কিছুমান জুমটোৰ পৰা আঁতৰি গৈছিল। বোধহয় ঘৰলৈ। গাড়ীৰ ওচৰত, অ'ত ত'ত থিয় দি থকা সৰু ল'ৰা-ছোৱালীবোৰ কেতিয়াবাই গুছি গৈছিল। যি দুই এজন আছিল কোনোবাটো বাপেকৰ চমক পাই গ'ল। কোনোবাটোক দেউতাকে নিজে লৈ গ'ল।

মানুহ পাতলি আহিছিল। সেইবোৰলৈ সঞ্জীৱৰ ভ্ৰূক্ষেপ নাই। কেৱল কথা কৈ গৈছে। "পাপিয়া বাইদেউ, তুমিও স্বাৰ্থপৰ।" অলপ খং ভাবতে কব আৰম্ভ কৰিলে সঞ্জীৱে। "তোমাৰ হে এজন মানুহৰূপী পশুক খুন কৰিলো, তুমি মোক খাবহে দিছা। আমিতো মানুহৰ ঘৰত বহিব নোৱাৰো। আমি মদ খাওঁ ৲

মাৰপিট কৰো।" কথাৰ সুৰ সলনি কৰি কিবা কব খোজোঁতেই পুলিচ দুজন, উপ-পৰিদৰ্শক এজন আহি ঘটনাস্থলীত থিয় দিলেহি। পুলিচ দেখি পাপিয়াৰ দেউতাক, মাক, লৰাছোৱালীকৈ ভিতৰ সোমাল। দুই এজন মানুহো আঁতৰিল।

সঞ্জীৱৰ গ্ৰেপ্তাৰৰ হুকুম দেখুৱাই পুলিচ এজনে সঞ্জীৱক হেণ্ডকাফ্ লগালে। সি কোনো আপত্তি নকৰিলে। পাপিয়াই মাথো কান্দিলে।

সি পাপিয়াক চালে। অলপ বৈ ক'লে—"নাকান্দিবা পাপিয়া বাইদেউ। নিজৰ ভনী নাজানি হেৰুৱালো। গতিকে সেই ভুল আৰু নকৰো। কোনো ভনী, বাইদেউক হেৰাই যাব নিদিওঁ। তোমালোকেই মোৰ ভনী, বাইদেউ, মা সকলো। যাওঁ পাপিয়া বাইদেউ। মই থকাহেঁতেন বিদু দাক বিচাৰি উলিয়াই আনি তোমাৰ ওচৰত হাজিৰ কৰালোহেঁতেন। কিন্তু নোৱাৰিলো। ঠিক আছে, জেলৰপৰা ওলাই আহি দেখা যাব। তোমালোক মোৰ আপোন। সকলোৱে মোৰ আপোন। মই আনৰ বাবে সকলো ত্যাগ কৰিম। নাকান্দিবা পাপিয়া বাইদেউ। কান্দিলে মোৰ জানো দুখ নালাগে? তোমালোক সকলো মোৰ ভনী, বাইদেউ মা, দেউতা। তুমিও মোৰ ভনীহে। বাইদেউ কিয় বুলিছো ভাবি চাবা। মনত কৰিবা। বলক ইন্‌স্‌পেক্টৰ।" চকুৰে বৈ আহিব খোজা পানীখিনি খোলা হাতখনেৰে মচি সি আগবাঢ়িল। যাওঁতে এবাৰ পাপিয়ালৈ চালে উভতি। সি দেখিলে কোনোবা এজনীয়ে পাপিয়াক ধৰি ভিতৰলৈ লৈ গ'ল।

কোনোবা এজন আহি পুলিচজনৰ সৈতে কিবা আলোচনা কৰি গাড়ীখন নিব ওলাল। সেইখন গাড়ীতে বেচ আনন্দেৰে পুলিচকেইজনে সঞ্জীৱ সহ গতি কৰিলে থানালৈ।

পাপিয়াৰ মনত পৰিছিল। বহুদিন আগৰ কথা এটি। -----
সঞ্জীৱতকৈ পাপিয়া সৰু। সঞ্জীৱ প্ৰায়ে ফুৰিব আহিছিল পাপিয়া-হঁতৰ ঘৰলৈ। তেতিয়া এদিন পাপিয়াই কৈছিল—"তুমি মোতকৈ

ডাঙৰ হ'লেও তোমাক মই নাম কাঢ়ি মাতিম। তুমি মোক 'বাইদেউ' বুলি মাতিবা দেই।" সঞ্জীৱে মাতিছিল। বহুদিন মাতিছিল। মাজতে বহু বছৰ বিৰতিৰ পিছত আজি আকৌ আহিছিল 'বাইদেউ' বুলি মাতিবলৈ। ভায়েকে বাইদেউৰেকৰ সন্মান ৰক্ষা কৰিবলৈ আহিছিল। আজিও সি পাহৰা নাই। তাইৰ ভায়েক নাই বাবে সঞ্জীৱক 'ভায়েক' পাতি লৈছিল। আজি সি আহি 'ভায়েক'ৰ পৰিচয় দি গ'ল। পাপিয়াই আৰু বেছি সময় ভাবিব নোৱাৰিলে সঞ্জীৱৰ কথা।

বেদব্ৰতৰ ছবিখনে তাইৰ মনৰ গতি সঞ্জীৱৰপৰা আঁতৰাই নিলে।

সঞ্জীৱে ঠিকেই কৈ গ'ল। বেদব্ৰত নিৰ্দোষী। সি ভাল ল'ৰা। ৰতনৰ কু-বুদ্ধিৰ ফলত বেদব্ৰতক আঁতৰাই দিব লগা হৈছিল পাপিয়াহঁতে।

বেদব্ৰতক নোপোৱাৰ, হেৰুওৱাৰ বেদনাত তাই কান্দিলে। ভীষণ কান্দিলে। সান্ত্বনা দিবলৈ ওচৰত কোনো নাছিল।

দেউতাকে নিজকে অপৰাধীৰ দৰে পাপিয়াৰ ওচৰত হাজিৰ কৰাইছিল। তেওঁ একো মাতিব পৰা নাছিল। চকুকেইটা সেমেকি উঠিছিল। পাপিয়াৰ ভৱিষ্যত চিন্তা কৰি পাপিয়াৰ লগতে কান্দি দিবৰ মন গৈছিল। তেওঁ উদ্‌ভ্ৰান্তৰ দৰে দৌৰি দৌৰি বেদব্ৰতক বিচাৰিবলৈ মন গৈছিল।

নতুন যুগৰ, নতুন দিনৰ সূচনা হ'ল। দেশখনে মোট সলালে। নতুন ৰূপ ললে। পৰিৱৰ্ত্তন নামিল।

পৃথিৱীৰ যুকুত বিজ্ঞানৰ প্ৰতিযোগিতা আৰম্ভ হ'ল। পৃথিৱীয়ে সভ্যতাৰ চৰম শিখৰত পদক্ষেপ পেলালে। আমাৰ দেশৰো পৰিৱৰ্ত্তন হ'ল।

জনসংখ্যা বাঢ়িল। নগৰ-চহৰ বাঢ়িল। উদ্যোগ বাঢ়িল। যান-বাহন বাঢ়িল। মানুহ ব্যস্ত হৈ পৰিল।

গ্ৰীষ্ম, বৰ্ষা, শৰত, হেমন্ত, শীত, বসন্তৰ চকৰীটো ঘূৰিয়েই আছে। বহুতৰে দেহলৈ শৈশৱ, যৌৱন, প্ৰৌঢ়তা আহিছে, গৈছে। বয়সে আঁচুৰি থৈ গৈ আছে। ফাগুনৰ ৰঙে কাৰোবাৰ জীৱন, দেহ-মন বোলাই গৈছে। শৰতৰ শেৱালিয়ে কাৰোবাৰ গাত সুবাস সানি দিছে। বসন্তই কাৰোবাক আমনি কৰিছে।

দুটি প্ৰাণীৰ দেহলৈও পৰিৱৰ্তন আহিল। নতুন ৰূপ পালে। বয়সে আচুৰিলেহি। যৌৱনৰ দুৱাৰদলিত আহি ভুমুকি মৰা বসন্তই সহাঁৰি নাপাই গুছি গ'ল। সেই দুটি প্ৰাণীৰ দুখনি হৃদয় সিক্ত হৈ ৰ'ল। ফাগুনৰ ৰঙে সিহঁতৰ জীৱন বোলাব নোৱাৰিলে। শেৱালিৰ সুবাস গাত নালাগিল। বেদনাহত অন্তৰেৰে বসন্তক বিদায় দিলে।

পাপিয়া আৰু বেদব্ৰত।

দুটি প্ৰাণী।

ভিন্ন হৈ বৈ গ'ল অভিন্ন হৃদয়ৰ দুটি প্ৰাণী মূক বেদনাৰে।

একেই নদীৰ দুটি ভিন্ন সুঁতি।

দুয়ো দুয়োকো বিচাৰে। অথচ অব্যক্ত হৈ ৰ'ল সিহঁতৰ অন্তৰৰ গোপন আকুতি।......

সাহিত্য-সংস্কৃতি, শিল্প, কলা সকলোতে নতুন ৰঙৰ সমাৱেশ ঘটিল। জন্ম-মৃত্যু। মৃত্যু-জন্ম। বহুতো মহান পুৰুষ, দেশ নেতা, শিল্পী-সাহিত্যিক, সাধকৰ মৃত্যু হ'ল। সেই একেই ৰূপত বহুতৰে জন্ম হ'ল।

কেউপিনে বিচিত্ৰতাৰ পোহাৰ।

বেদব্ৰত আৰু পাপিয়া একেদৰেই থাকিল। কোনো বিচিত্ৰতা, বৈষম্য নেদেখিলে। দুয়ো এক ভাবনাত, এক বেদনাত নিশ্চুপ মাৰি ৰ'ল নিঃসঙ্গ বিহঙ্গৰ দৰে।

নিঃসঙ্গতা আৰু বেদনাই হাতত ধৰা-ধৰিকৈ পাপিয়াৰ জীৱনৰ দুয়োকাষে পথিয় দিলেহি।

বাইদেৱেক, ভনীয়েকহঁতৰ বিয়া হৈ গ'ল। কিছু বছৰ সিহঁত পাপিয়াৰ আশাপূৰণাৰ্থে দেউতাকে এটি নতুন ঘৰ সজালে। নতুন ঘৰটো ৰাখি পুৰণি ঘৰ-দুৱাৰ সকলো বঙালী ব্যৱসায়ী এজনক বিক্ৰী কৰি নগৰৰ সোঁমাজলৈ উঠি আহিল। নতুন দুমহলীয়া ঘৰ এটি সজালে। নতুন ঘৰত মাত্ৰ কেইটিমান বছৰ কটোৱাৰ পিছত পাপিয়াক অকলশৰীয়া কৰি মাক-দেউতাক গুচি গ'ল। তেওঁলোকৰ মৃত্যুত পাপিয়াই কান্দিলে ৰাথোন।

আকৌ আহিছিল বন্দনা বাইদেউ।

নন্দনা, চন্দনা আৰু কাকলিও আহিছিল অমিয়পুৰলৈ।

পাপিয়াক সিহঁতৰ লগত একেবাৰে লৈ যাবলৈ আহিছিল। সিহঁত খুব সুখী। আনন্দ আৰু শান্তিৰ মাজেদি সিহঁতে দিন অতিবাহিত কৰিছে। গতিকে পাপিয়া লগত থাকিলে অসুবিধা একো নহব।

পাপিয়া নগ'ল। আনৰ ওচৰত পুতৌ নিবিচাৰে। নিজৰ বিচাৰ বুদ্ধিৰে, অন্তৰৰ দুৰ্বহ বেদনাৰে তাই জীৱনটো অতিবাহিত কৰিব। ঘৰটোৰ তলৰ অংশ ভাৰা দি তাই নিজে ওপৰৰ অংশটোত থাকিব ললে। ৰাতি বিৰলি বিপদে আপদে মাতবাৰৰ সহায় হব বুলি খুৰাকৰ সক ল'ৰা নিবোদক লগত আনি ৰাখিলে।

সিমানতে পাপিয়া ক্ষান্ত নহ'ল। একনিবিষ্ট চিত্তে তাই সংস্কৃতি সাধনাত মন-প্ৰাণ ঢালি দিলে। নিৰোদক সেই পথেৰে পৰিচালিত কৰিলে।

কিন্তু বেদব্ৰতৰ প্ৰতিচ্ছবি সংগোপনে হৃদয়ৰ মাজত ৰাখিলে।

পাপিয়া গায়িকা হিচাপে খ্যাত হ'ল। অসমৰ কলা-সংস্কৃতিৰ চোতালখনি তাই পোহৰাই তুলিলে। বহুত ঠাইৰপৰা শিল্পী হিচাবে আমন্ত্ৰণ পালে। আকাশবাণীৰ জৰীয়তে তাই গীত গালে। সভা-সমিতি, নানাবিধ বিচিত্ৰানুষ্ঠানত পাপিয়াই গীত গাবলগীয়া হ'ল। আজৰি নাই তাইৰ।

সিমান ব্যস্ততাৰ মাজতো দিনটোত এবাৰ নহয় এবাৰ তাই বেদব্ৰতে ৰচনা কৰা গীত গাবই। এটি গীতে শ্ৰোতাৰ মন মুহিব পাৰে। তায়ো নিজে গাই ভাল পায়। আবেলি সময়ত তাই গায়--

"জীৱন নদীৰ তীৰে তীৰে,
মোৰ গানৰ সুৰে সুৰে,
পখিলাই নাচোন নাচে।
কিবা কথা কয় আহি,
ভোমোৰাই কাণে কাণে।
-------------------"

গানৰ নীলা পানীৰ সৰোবৰত নিজকে ডুবাই ৰাখিলেও বেদব্ৰতৰ স্মৃতিয়ে তাইক হাত বাউল দি মাতে। অন্তৰৰ বেদনাখিনি হেঁচি ধৰি তাই থমকি ৰয়। তাই নিশ্চিত যে, বেদব্ৰত এদিন আহিবই তাৰ মৰমৰ পাপিয়াৰ ওচৰলৈ। বেছি পলম কৰিব নোৱাৰিলে তাই। বেদব্ৰতৰ ভাবনাই যিমানে তাইক আমনি কৰিব ধৰিলে, সিমানে বেদব্ৰতৰ বাবে বহুত কিবা-কিবি কৰিবলৈ বাউলী হৈ পৰিল পাপিয়া।

আগৰ পুৰণি ঘৰখনৰ লগতে নতুনকৈ সজা ঘৰটোৰ বেৰত, বাহিৰফালে 'বেদব্ৰত স্মৃতি-ভৱন' বুলি নামফলি এখন আঁৰি

দিলে। বেদব্ৰত যদি কেতিয়াবা আহে, তেন্তে নামফলিখন উঠাই দিব। বেদব্ৰতৰ স্মৃতিয়ে তাইৰ অন্তৰ দহি নিছে। আৰু কিমান দিন তাৰ প্ৰতিচ্ছবি অন্তৰত লৈ ফুৰিব?

জীৱনৰ সকলো জলাঞ্জলি দি বেদব্ৰতৰ স্মৃতি অন্তৰত লৈ, গীতৰ সাগৰত, সুৰৰ তালে তালে ডাঁহি থাকিল পাপিয়া।——

বেদব্ৰতে অতীতৰ ফালে উভতি চাই দেখে সি বহুত আগুৱাই আহিল। কোনোবাই ৰিঙিয়াই কোৱা শুনে—'মোক নিবিচাৰিবি। মোক আৰু নেপাৱ।' ঠিকেই, তাৰ দেহ-মনলৈ বসন্ত আহিছিল। তাক বহুত কথা শিকাইছিল। বহুত কথা সঁকিয়াই দিছিল। বসন্তই তাৰ যৌৱনক ডাঙৰ দীঘল কৰিছিল। তেতিয়া, সেই সময়ত বসন্তক অনাদৰ কৰি দূৰলৈ ঠেলি দিছিল। বসন্ত অবিহনে তাৰ যৌৱন মৰহি গ'ল। পুনৰ বসন্ত আহিব জানো?

তথাপি তাৰ হৃদয়ত অহৰহ বাজি থাকিল কোকিল কণ্ঠি পাপিয়াৰ গীতৰ মূৰ্চ্ছনা। চেতাৰৰ টুং টাং ধ্বনি। বেদব্ৰতে পৰাজয় স্বীকাৰ নকৰিলে।

যিমানেই দিন উকলি গৈছিল, সিমানেই পাপিয়াৰ ভাবনাই তাক অস্থিৰ কৰি তুলিছিল। পাপিয়াৰ প্ৰতি থকা দুৰ্বলতাখিনি সহ্য কৰিবলৈ টান পাইছিল। পাপিয়াৰ ওচৰত বহি থাকিবলৈ মন যায় তাৰ। সি নিজে কব নোৱাৰাকৈয়ে পাপিয়াক ভাল পাব ধৰিছে। পাপিয়াক একেবাৰে নিজৰ কৰি লবলৈ মনটো বহুখিনি আগবাঢ়ি গৈছে। কিন্তু আগবাঢ়ে কেনেকৈ? পাপিয়াৰ দেউতাকে, তাৰ চাকৰিটো লৈ ঠাট্টা কৰিছিল। বেদব্ৰতে সেইটো পাহৰা নাই। সেইবাবেই আগবাঢ়িব নোৱাৰে। আনহাতে, দৈহিক সামৰ্থ্য থাকিলেও মনৰ প্ৰস্তুতি তাৰ হেৰাই গৈছে। পাপিয়াই সোধা প্ৰশ্নৰ বাবে সি চিন্তিত নহয়। সেই কথাষাৰি গভীৰভাৱে সি হয়তো নলয়। কাৰণ পাপিয়াক সি ভাল পায়। পাপিয়ায়ো

তাক ভাল পায়। সেয়ে পাপিয়াৰ কথাত সি থং নকৰে। কিন্তু তাইৰ দেউতাকে চিঠিৰে শুনোৱা টান কথাখিনি জানো সি পাহৰিব পাৰিব ? নোৱাৰে। সেয়ে পাপিয়াক বিচাৰি তাৰ মনে হাঁহাকাৰ কৰি উঠিল। বন্ধ কোঠা এটিৰ ভিতৰত পাপিয়াৰ কথা সুঁৱৰি সুঁৱৰি উচুপি পৰি থাকিল। তেনেকৈ কিমান বছৰ কাটি গ'ল তাৰ মনত নাই।

এটি দিনত বেদব্ৰতে পাপিয়াৰ জীৱনৰ সমস্ত দায়িত্ব গ্ৰহণ কৰিবলৈ প্ৰস্তুত হৈছিল। সি পাপিয়াৰ পথ-প্ৰদৰ্শক আছিল। তেতিয়াৰ অহৈতুক প্ৰেম, ভালপোৱা আৰু বৰ্তমানৰ ভালপোৱাৰ মাজত বিৰাট ব্যৱধান দেখিলে বেদব্ৰতে। আগতে পাপিয়াক যি দৰে ভাবিছিল, এতিয়া ভাবিব নোৱাৰা হৈছে। তাৰ মনৰ ভাল পোৱাৰ খবৰ পাপিয়াই জানে। পাপিয়াৰ চিঠিয়েও পাপিয়াৰ মনৰ খবৰ তাক জনায়। দুয়ো দুয়োকো বিচাৰে। কিন্তু এক মৌন বেদনাই দুয়োকো পঙ্গু কৰি পেলাইছিল। কোনেও কাৰো ওচৰত মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰিছিল। তাৰোপৰি পাপিয়াৰ দেউতাকৰ ওপৰত থকা মনৰ ক্ষোভ কমা নাছিল। এইবোৰ কাৰণতে তাৰ চিন্তা-ভাবনাত বিশৃংখলতাই দেখা দিলত, পাপিয়া লুকাই পৰিল তাৰ হৃদয়ত। কেতিয়াবা পাপিয়াৰ চিন্তাই জুমুৰি দি ধৰিলেও, তাইৰ কথা পাহৰিবলৈ, সেই চিন্তাটোক হেঁচি লুকুৱাই ৰাখিবলৈ চেষ্টা কৰিলে।

কৰ্মজীৱনৰ বিয়লি বেলাত বেদব্ৰত এদিন গুৱাহাটী পাইছিলহি। বেদব্ৰত গুৱাহাটীলৈ বদলি হৈছিল। চকুৰ পচাৰতে পৃথিৱীয়ে নতুন ৰূপ লোৱাটো গুৱাহাটীলৈ আহিহে সি অনুভৱ কৰিলে বেছিকৈ।

কৰ্মব্যস্ত মানুহৰ পদধ্বনিত গুৱাহাটী ব্যস্ত। শান্তিপুৰ ৰেল লাইন পাৰ হৈ, তিনিআলিটোৰ বাওঁকালে সোমাই গৈ কেইঘৰ-মান এৰি বেদব্ৰতে ঘৰ এটি ভাৰা ললে। জনবহুল চহৰত কোনেও কাৰো খবৰ লবলৈ আহৰি নাই। সকলো ব্যস্ত। কেইবামাহো থকাৰ পিছত ওচৰৰে দুই এজন ডেকাৰ লগত চিনাকী হৈছিল। সিহঁত আহে বেদব্ৰতৰ ঘৰলৈ। সিও যায় সিহঁতৰ ঘৰলৈ।

মানুহৰ অভাৱ বাঢ়ে। ৰাতবি কাকত, আলোচনীৰ জন্ম হয় কম আয়ুস লৈ। সেয়ে মৃত্যুও হয়। বাতৰি কাকতত খবৰ আছে। সি পঢ়ে। 'বানপানীৰ কবলত কামৰূপৰ উত্তৰাঞ্চল' 'মূল্য বৃদ্ধি', 'খাদ্য সমস্যা', 'প্ৰবীন খেলুৱৈৰ মৃত্যু', 'অনাহাৰত মৃত্যু', 'বিভাজন', 'অহা মাহত নিৰ্বাচন", 'আত্মহত্যা', 'দেশ নেতাৰ পৰলোক', 'ডকাইতৰ দল গ্ৰেপ্তাৰ', 'ব্ৰহ্মপুত্ৰৰ খহনীয়া', 'মন্ত্ৰীৰ ভ্ৰমণ', 'নিবনুৱা সমস্যা', 'অভাৱত কোলাৰ কেচুৱা বিক্ৰী', 'মঠাউৰি ছিগিল', 'হৰতাল', 'অসম বন্ধ', 'পিকেটিং', 'কাৰফিউ (সান্ধ্য আইন)', 'আহত নিহত', 'ভাষাৰ বলি', 'শ্বহীদ দিৱস', 'পুলিচ জনতাৰ মাজত গুলীয়া গুলী' ইত্যাদি।

বেদব্ৰতে ভাবে তেন্তে দেশখনৰ থাকিল কি? বানপানীয়ে জুকলা কৰিছে, জনসংখ্যা বাঢ়িছে, উৎপাদন কমিছে, বস্তুৰ দাম উৰ্দ্ধমুখী হৈছে। খাদ্য সমস্যাই গা কৰি উঠাত অনাহাৰত মৃত্যু হৈছে, আত্মহত্যা কৰিছে, কোলাৰ কেচুৱা বিক্ৰী কৰিছে। সি ভাবিব নোৱাৰা হৈ যায়। মানুহৰ জীয়াই থকা পথ ৰুদ্ধ হৈ গৈছে। তাতে আকৌ নিত্য নতুন কৰ দিবলগীয়া হৈছে। আগৰ কথা ভাবি, এতিয়াৰ লগত সি বিজাই চায় দেশখন। সঁচাকৈ আগৰ তুলনাত এতিয়া শান্তি নাই। মাটি, ভাষা, খাদ্য এইবোৰ লৈয়ে দেশত অশান্তি। গুলীয়া গুলী। তাৰোপৰি দেশৰ ভিতৰতে বিভাজন। পৃথক ৰাজ্য, পৃথক জিলাৰ দাবী। চুবুৰীয়া দেশৰ আক্ৰমণ। কিন্তু এইবোৰ হৈছে বেদব্ৰতে ভাবিও কোনো এটা স্থিৰ সুত্ৰ বিচাৰি নাপালে। তাৰ দুখ লাগিল। একেই অসম মাতৃৰ বুকুত এটি পৰিয়ালৰ নিচিনাকৈ বাস কৰিলে মানুহৰ ক্ষতি কি সি নুবুজিলে। বিভিন্ন জিলা, বিভিন্ন ৰাজ্যৰ সৃষ্টি কৰি অপৰূপা জননীৰ দেহৰ অলংকাৰ এপদ এপদকৈ খুলি নিলে। অসমীৰ আগৰ ৰূপ সৌন্দৰ্য্য হেৰাই থাকিল। পাঠ্যপুথিতে আঁকা অসমৰ মেপখনলৈ মনত পৰিল। এতিয়াৰ মেপখনো মনতে এবাৰ আঁকি চালে। বহু প্ৰভেদ দেখিলে। তাৰ খঙো উঠে। দেশৰ কৰ্ণধাৰসকলে কিন্তু এইবোৰ মানি

হয় ? ভাষাৰ সমস্যাটোৰ ক্ষেত্ৰত লোৱা সিদ্ধান্তৰ প্ৰতি তাৰ সমৰ্থন নাই। সি মুখ খুলি কব নোৱাৰে অথচ চিন্তা কৰি মগজু ক্ষয় কৰে। আগৰ দৰে সকলো স্কুল-কলেজৰ শিক্ষাৰ মাধ্যম একেই ৰাখি অসমীয়া বিষয়টো সকলোৰে বাবে বাধ্যতামূলক হ'লে আৰু আন মাধ্যমৰ স্কুল-কলেজ উঠাই সকলো এক কৰি দিয়া হ'লে বেদব্ৰতে সমৰ্থন কৰিলেহেঁতেন। একমাত্ৰ ইংৰাজী বিষয়টো ইংৰাজীত পঢ়ি কেইটা ছাত্ৰ-ছাত্ৰী ইংৰাজীত চোকা হব (?) সেইটো তাৰ মনে বিচাৰি চায়। অসমৰ ল'ৰা-ছোৱালী বিদেশলৈ নাযাবই নেকি ? এইবোৰ ভাবি ভাবি কেতিয়াবা নিজে নিজে শান্ত হয়। কাৰণ তাৰ ভাবনা অমূলক। তাৰ দৰে সৰু মগজু এটাই চিন্তা কৰি কি পাৰ পাব ? তাৰ ইচ্ছাত দেশ নচলে। দেশত ইমান সমস্যাই মানুহক জুৰুলা কৰিব নোৱাৰিলেহেঁতেন। যদি মানুহবোৰ প্ৰকৃত মানুহ হ'লহেঁতেন। 'দেশ-সেৱক' নামধাৰী শ্ৰেণীটোৱে যদি প্ৰকৃততে দেশসেৱা কৰিলেহেঁতেন। জনসাধাৰণ ঠিক নহ'লে দেশত কেতিয়াও সমস্যাৰ ওৰ নপৰে। চৰকাৰে কি কৰিব ? দেশনেতা নিৰ্বাচন কৰে জনতাই। টকাৰ লোভত, স্বাৰ্থৰ খাটিৰত যদি জনসাধাৰণে জানি শুনিও দুৰ্নীতি-পৰায়ণ লোক এজোন বাছি পঠিয়ায়, তেন্তে সেইজনা দেশসেৱকৰ হাতত পীড়িত হোৱাটো স্বাভাৱিক।-----

সমস্যাবহুল দেশত নিজকে খাপ খুৱাই বেদব্ৰতো চলিছিল গুৱাহাটী মহানগৰীত। আগৰ চিন্তা-ভাবনা পাতলি আহিছিল। বন্ধু-বান্ধৱ লগ পাইছিল অনেক। ঘৰ-সংসাৰ সকলোৰে হৈছে। বেদব্ৰতৰহে হোৱা নাই। সি ঘৰ সংসাৰ নকৰে। সময়ো নাই। পাপিয়াৰ দায়িত্ব সি লৈছিল। সেই দায়িত্ব লবলৈ নেপালে যেতিয়া নিজৰ জীৱনৰ দায়িত্ব লোৱাৰ অধিকাৰ ক'ত ? নিজৰ জীৱনলৈ কি মমতা থাকিব পাৰে ? পাপিয়াৰ কথা পাহৰিব খুজিও নোৱাৰে পাহৰিব। মাজে সময়ে পাপিয়াৰ চিন্তাৰ সোঁতে তাৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে এক শিহৰণ তোলে। বেদব্ৰতৰ কথাকেই ভাবি, তাৰ বাবেই চিন্তা কৰি, অপেক্ষা কৰি পাপিয়াও যদি

চিৰকুমাৰী হৈ ৰ'ল ? সি ভাবিব নোৱাৰা হৈ যায়। এদিন বেদব্ৰত নিজে নিজে শান্ত হ'ল ।

পৃথিৱীৰ বুকুৰ পৰা ধুমুহা আঁতৰি গ'ল । শান্ত সমাহিত পৃথিৱী। সাগৰৰ উত্তাল তৰঙ্গৰ তৰ্জন গৰ্জন নোহোৱা হ'ল । স্তব্ধ গম্ভীৰ সমুদ্ৰ । বাৰিষাৰ আকাশৰপৰা ক'লা ডাৱৰ আঁতৰি গ'ল । মেঘাচ্ছন্ন আকাশ ফৰকাল হ'ল । নীলা আকাশ, সীমাহীন আকাশ ।

গতানুগতিকভাৱে বেদব্ৰতৰ দিনবোৰ যাব ধৰিলে । নিজৰ জীৱনটোৰ বাবে কাকো দোষাৰোপ নকৰিলে । পাপিয়াক গঢ়িব বিচাৰিছিল, পথ দেখুৱাইছিল, তাইৰ জীৱনৰ দায়িত্ব লৈছিল আৰু এদিন তাইৰ প্ৰেমত পৰিছিল । তাইক নিজৰ কৰি লবলৈ বিচাৰিছিল । কিন্তু অপ্ৰকাশিত প্ৰেমৰ অব্যক্ত বেদনাত দিনবোৰ কটাই দিবলৈ বাধ্য হৈছিল । নিজৰ মনৰ কথা কবলৈ পাপিয়াক সি লগেই নাপালে । তাৰ বিয়াৰ বাবে বন্ধু-বান্ধৱ, বান্ধৱী আৰু বহুতেই চেষ্টা চলাইছিল । এদিন ককায়েক সত্যব্ৰতো তাৰ ওচৰ চাপিছিল, তাৰ বিয়াৰ প্ৰস্তাৱ লৈ । তেতিয়া বহুত গলম হৈ গৈছিল । সত্যব্ৰত ডিগবৈ লৈ গৈ বেদব্ৰতক বুজাইছিল—

"—বিদু ! তই কাইলৈ মোৰ লগত ঘৰলৈ যাব লাগিব । গতিকে কেইদিনমানৰ ছুটী লবি ।"

" কিয় ককাইদেউ ? মই ঘৰলৈ গৈ কি কৰিম ? নবৌয়ে মোক দেখোন দেখিবই নোৱাৰে ।"

" মোৰ ঘৰত মোৰ হুকুম চলিব । ন-বৌয়েৰাৰ নহয় ।"

" হ'লেও মই সোণাপুৰলৈ নাযাওঁ । কিয় যাম ? একমাত্ৰ ভাই বুলি তুমিতো এবাৰো মোক উভতি নাচালা । মোমাইদেউৰ মৃত্যুত খবৰ কৰিবলৈ, সকামত এবাৰ দেখা দিবলৈ নগলা । আনকি"—

" নহয় বিদু !" সত্যব্ৰতে নম্ৰভাৱে কৈ গ'ল—"তই নুবুজ । তোৰ প্ৰত্যেকখন চিঠি পাইছো । কিন্তু ঘৰুৱা বেমেজালিৰ বাবে যাব পৰা নাছিলো । তই সেই কথাত নধৰিবি । তোৰ বয়স হৈছে । তই বুজা হৈছ । আগৰ কথা সকলো পাহৰি যা বিদু !"

"অতীতৰ কথা পাহৰি গ'লে জীৱনৰ অভিজ্ঞতাৰ সোৱাদকণ হেৰাই থাকিব ককাইদেউ ।"

"তই অবুজ নহবি ।" বুজনিৰ সুৰত সত্যব্ৰতে আৰম্ভ কৰিলে—"তোৰ মই ককাইদেউ । তোক নিবলৈ আহিছো। তোৰ বিয়াৰ বাবে মই সকলো যোগাৰ কৰিছো । তই মোৰ লগত যাবই লাগিব ।"

বেদব্ৰত অচল-অটল । কোনো বুজনিয়ে নামানে । "ককাইদেউ, জীৱনটো এনেভাৱেই কটাই দিলো" বুলি ককায়েকৰ মুখৰ ফালে চাই ক'লে—"আৰু কেইটিমান বছৰ হয়তো জীয়াই থাকিম। যিজন মানুহে জীৱনৰ আধাখিনি অকলশৰে কটাই দিব পাৰে, তাৰ বাবে আৰু কেইটিমান দিনৰ চিন্তা কৰি লাভ নাই । মই ঘৰলৈ নাযাওঁ ।" অলপ সময় ৰৈ আকৌ ক'লে—"মই গ'লে নবৌয়ে বেয়া পাব । মোক বেয়া ব্যৱহাৰ কৰা দেখিও তুমি নবৌক শাসন কৰিবপৰা নাছিলা । মই ঘৰৰপৰা ওলাই অহা সত্ত্বেও মোক ওভতাই নিবলৈ তুমি সাহস নকৰিলা । তুমি যোৱা ককাইদেউ । মোক আমনি নকৰিবা । তোমালোকৰ সুখেই মোৰ সুখ ।"

"—বিদু !"

"—ককাইদেউ ! তোমালোকৰ মুখত হাঁহি দেখিলে, তোমালোকে সুখ-শান্তিত থকা দেখিলে মই বৰ শান্তি পাম । জীৱনৰ বিয়লি বেলাত মই উভতি গৈ তোমালোকৰ সুখ-শান্তিখিনি কাঢ়ি আনিব নোখোজোঁ । যিমান দূৰৈত থাকিলেও তুমি আৰু মই ভাই-ককাই । সেই সম্বন্ধ কেতিয়াও নোহোৱা হৈ যাব নোৱাৰে । সেই চিৰ সত্য পৃথিৱীয়ে কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰে । মইতো অকলশৰীয়া নহয় । বাইজেই মোৰ সংগী । মোৰ গীত, মোৰ সুৰ, মোৰ অভিনয়, মোৰ ৰচনা, মোৰ নিঃসঙ্গ সময়ৰ লগৰী । ৰাইজৰ মৰম-চেনেহ, শুভাশীষ মোৰ সংগী । তুমি যোৱা ককাইদেউ । তুমি যোৱা । ঘৰলৈ মই এদিন নিশ্চয় যাম । সময় আহক ।" কথাখিনি কৈ সি বৰ পৰা নাছিল । আকৌ মুখ লুকাই কান্দি উঠিছিল ।

সত্যব্ৰত শৰৰিজ্ঞ কপৌৰ দৰে চকীখনত বহি ৰ'ল। কিছুসময় নীৰৱ নিস্তব্ধ। তাৰ পিছত লাহে লাহে কৈ গ'ল।

"—বিন্দু। তোক বিচাৰি প্ৰথমে মই অমিয়পুৰলৈ গৈছিলো। মোমাইদেউৰ ঘৰ ভাৰা লৈ থকা ৰতন লহকৰক লগ পাইছিলো। তোলৈ ঘৰ ভাৰা পঠিয়াই আছে। ভাৰা আগতকৈ বেছিকৈ দিও আছে হেনো। তেওঁ চাকৰিৰপৰা অৱসৰ পাইছে। অমিয়পুৰতে নতুন ঘৰ-দুৱাৰ কৰি আছে। সম্পূৰ্ণ হোৱা নাই। কিছুদিন লাগিব। লহকৰৰ মুখত মই সকলো শুনিছো। অমিয়পুৰত তোৰ কি হৈছিল, তোৰ বাবে কোনে আজিও অপেক্ষা কৰি আছে; আদি সকলো কথা লহকৰে মোক কৈছে। অমিয়পুৰত থকা তোৰ ঘৰৰ পৰাই হওক নাইবা মোৰ ঘৰৰ পৰাই হওক, তোৰ বিয়াৰ যোগাৰ মই কৰিছো, তই মাথো বিয়াৰ সন্মতি দে। ইমান দিন মনে মনে থাকি ভুল কৰিছ। পাপিয়াক তই গ্ৰহণ কৰ। বেদনা-বিধুৰা পাপিয়াক সান্ত্বনা দে।"

"—ককাইদেউ!" চিঞৰি উঠিল বেদব্ৰত। "তুমি ভুল শুনিছা ককাইদেউ। কোনো পাপিয়াক মই প্ৰতিশ্ৰুতি দিয়া নাই। জীৱনৰ কোনো এক অনামী মুহূৰ্তত লগ পাইছিলো এজনী ছোৱালী। গঢ় দিছিলো সঁচা আদৰ্শেৰে। সেয়ে আমাৰ চিনাকী। সেয়ে আমাৰ সম্বন্ধ। এতিয়া আৰু কোনো সম্বন্ধ নাই আমাৰ মাজত। মই সকলো পাহৰি গৈছো। মই ঘৰলৈ নাযাওঁ। মোৰ কাৰণে তুমি চিন্তা কৰিব নালাগে। তুমি যোৱা।" কথাখিনি কৈ বেদব্ৰতে মুখ লুকাই শুই পৰিল। কোঠাটোত কিছু সময়ৰ বাবে আকৌ নিস্তব্ধতা—নীৰৱতা। সেই নীৰৱতাৰ মাজেদি শুনা গৈছিল বেদব্ৰতৰ ঘন ঘন শ্বাস-প্ৰশ্বাসৰ লগতে পাতল উচুপনি।

সত্যব্ৰতে দীঘল হুমুনিয়াহ এটি কাঢ়ি, কন্তেক সময় বহি ৰ'ল। তাৰ পিছত "তই কি ভাল দেখ কৰিবি। পিছত আমাক দোষ নিদিবি" বুলি তলমূৰকৈ ওলাই আহিছিল কোঠাটোৰপৰা। যেন

আদালতৰ কাঠগড়াৰপৰা অপৰাধী সাব্যস্ত আচামীজন তললৈ নামি আহিছে ; তাৰ নিজৰ শাস্তিৰ কথা ভাবি ভাবি ।

ককায়েক সত্যব্ৰত শুহি যোৱাৰ বহুত পিছতহে বেদব্ৰত শোৱাৰ পৰা উঠিছিল সিদিনা । খং আৰু দুখত তাৰ মন ভৰি উঠিছিল । পাপিয়াৰ কথা পোনপটীয়াকৈ ককায়েকে তাৰ আগত তেনেভাৱে কৈ দিয়াত তাৰ বৰ লাজ লাগি গৈছিল ।

লাজ লাগিবৰে কথা । যিমান যি হ'লেও সত্যব্ৰত তাৰ ককায়েক । তাৰ বয়স হৈছে সঁচা, তথাপি সি স্বাধীনতাৰ যুগৰ আগৰ মানুহ । আজিকালিহে আধুনিকতাৰ হেঁচাত ল'ৰা-ছোৱালী কিছুমানৰ লাজ নোহোৱা হ'ল । অথচ সেই শ্ৰেণী ল'ৰা-ছোৱালীৰ নামৰ পিছত বিশ্ববিদ্যালয়ৰ একোটা ডিগ্ৰীও থাকে । যাৰ শিক্ষা একেবাৰে নাই, সেইবিলাকে গৰ্হিত কাম কৰিলেও সহ্য হয় । কিন্তু শিক্ষা লৈ, বুজন হোৱাৰ পিছত তেনে মুকলিভাৱে বেয়া কাম একোটা কৰিবলৈ কেনেকৈ যে পাৰে, সেই কথা ভাবিলেই বেদব্ৰতৰ ভয় লাগে । তেনে উলঙ্গ আধুনিকতাক বেদব্ৰতে ঘিণ কৰে । কিছুমান সস্তীয়া চিনেমা চাই, আলোচনী পঢ়ি বেয়াখিনি আহৰণ কৰি, অনুসৰণ কৰাটোত বৈচিত্ৰ্য একো নাই । বৰং লোকচানহে আছে । যাৰ দেশত যি প্ৰথা, যি সাজ-পোছাক তেনেদৰে চলি থকাত গৌৰৱ আছে । পশ্চিমীয়া ঢং লবলৈ গৈ কেইজনে উন্নতি কৰিছে সেইটো চিন্তাৰ বিষয় বুলি বেদব্ৰতে ভাবে । আমাৰ সমাজ, আমাৰ নীতি-নিয়ম সদায় একেই থকাটোকে বিচাৰে সি । নিজৰ সমাজ, পিতৃ-মাতৃক উলংঘা কৰি আজিৰ এক শ্ৰেণীয়ে আনন্দ লভে । বেদব্ৰতে কিন্তু সেইবিলাকক প্ৰশ্ৰয় দিয়াত নাই ।

কিন্তু আশ্ৰয় দিছিল । সোণাপুৰৰপৰা পলাই অহা ডেকা-গাভৰু এহালক এৰাতিৰ বাবে আশ্ৰয় দিছিল । কিন্তু সিহঁতৰ কাৰ্য্যত অৰিহণা যোগোৱা নাছিল ।

সেইদিনা সন্ধিয়া বেদব্ৰত ফুৰি আহিছিল ।

বাৰাণ্ডাত থিয় দি দেখিলে এহাল ডেকা গাভৰু বহি আছে। ৰাজনি ল'ৰাটোৱে বহি লৈ সিহঁতহালৰ লগত কথা কৈ আছে। বেদব্ৰতে দুৱাৰ খুলি ভিতৰ সোমাই লাইটো জ্বলাই দিলে।

ভিতৰৰ লাইটটোৱে খোলা দুৱাৰখনৰ মাজেদি তাৰ অকণমান পোহৰ বাৰাণ্ডাখনলৈ ছটিয়াই দিছিল। বাৰাণ্ডাখনৰ সেই পোহৰ গৈ বহি থকা ডেকা-গাভৰুহালৰ মুখত এছেৰেঙা পোহৰৰ সামান্যতম ৰেঙণি এটি আঁকি দিছিল। আধা ছাঁ—আধা পোহৰৰ মাজতে বেদব্ৰতে সিহঁতক দুৱাৰৰ ফাঁকেৰে এবাৰ জুমি চাইছিল। কিন্তু চিনিব নোৱাৰিলে।

ৰাজনি ল'ৰাটো আহি সিহঁতে বেদব্ৰতকে বিচৰা বুলি ক'লে। সি সিহঁতক ভিতৰলৈ মাতি অনালে।

ল'ৰাজন বিচনাখনতে বহিল। ছোৱালীজনীয়ে অসহায় দৃষ্টিৰে এবাৰ বেদব্ৰতৰ মুখলৈ, এবাৰ ডেকাজনৰ মুখলৈ চাই থিয় দি থাকিল। তাইৰ চকু দুটা সেমেকি উঠিছিল। ভয়ত তাইৰ যৌৱনে ৰং সলাই পেলালে। বেদব্ৰত নীৰৱ হৈ দুয়োৰে মুখলৈ চাই থাকিল। ডেকাজন কঁপিছিল। বোধহয় ভয়ত। এটি মুহূৰ্তৰ ভিতৰতে তিনিওজনৰ হৃদয়ে হাঁহাকাৰ কৰি উঠিল। হঠাৎ ছোৱালীজনীয়ে মাটিত দীঘল দি বেদব্ৰতৰ ভৰি দুখন সাৱটি কান্দি উঠিল।

বেদব্ৰতে লাহেকৈ তাইক তুলি বিচনাখনতে বহুৱাই দি সুধিলে— "ইস্! কি কৰিছা এইবোৰ? কি হৈছে তোমালোকৰ? মই দেখোন তোমালোকক চিনি পোৱা নাই।"

"—আমি শুছি আহিলো ককাইদেউ!" কান্দি কান্দি ছোৱালী-জনীয়ে ক'লে।

ডেকাজনে যেনিবা এইখিনি সময়লৈকে বাট চাই আছিল। সিও বহা ঠাইৰপৰা একেজাপে উঠি আহি বেদব্ৰতৰ ভৰি দুখনত লুটি খাই পৰি কান্দিব ধৰিলে। কিন্তু একো হ'লে কব নোৱাৰিলে। সি তেনেকৈ ভৰিত সাৱটি ধৰাত বেদব্ৰতে তাকো ধৰি তুলি

দিলে। তাৰ পিছত হাতেৰে চকু পানীখিনি মচি মচি এবাৰ ছোৱালীজনীলৈ চাই, মুখখন ঘূৰাই বেদব্ৰতৰ ফালে নোচোৱাকৈয়ে সি সিহঁতৰ কথা কৈ যাব ধৰিলে।

বেদব্ৰতৰ ঘৰৰ ওচৰৰে সিহঁত দুয়ো। ৰজতৰ ল'ৰা উমা আৰু বেণুধৰৰ ছোৱালী তৰামাইঁ।

"আমি পলাই আহিছো, ককাইদেউ!" ল'ৰাজনে সেপ ঢুকি কোনোমতে কথাষাৰ ক'লে।

বেদব্ৰত চিঞৰি উঠিল। "আস্! মনে মনে থাক। তহঁত পলাই আহিছ মই কি কৰিব লাগে? মোৰ ওচৰলৈ তহঁত কিয় আহিছ? মই একো কৰিব নোৱাৰো।" খঙত বেদব্ৰতৰ চকু দুটা জ্বলি উঠিল।

উমা ওচৰ চাপি আহিল। সোঁফালে নিচেই কাষতে থিয় দিলেহি তৰামায়ে। তাই আলফুলকৈ বেদব্ৰতৰ সোঁ হাতখনত ধৰি মাতিলে—

"ককাইদেউ!"

নিজৰ হাতদুখনকে মোহাৰি মোহাৰি উমাই আবেগ কণ্ঠে মাতিলে—"ককাইদেউ!"

নিশ্চিত বিপদৰপৰা ৰক্ষা পাবলৈ তৰামায়ে বেদব্ৰতৰ হাতখন পিহি পিহি, লিৰিকি-বিদাৰি কৈ গ'ল—"আজি ৰাতি পুৱাতে আমি পলাই আহিলোঁ। তুমি ক'ত থাকা, সেই বিষয়ে উমাই কাৰোবাক সুধি লৈছিল। নহ'লে যাবলৈ আমাৰ আন ঠাই নাই, আন চিনাকী মানুহ নায়েই। তুমি আমাক এই বিপদৰপৰা জানো ৰক্ষা নকৰিবা ককাইদেউ? আমি যি দুয়ো ভুল কৰিলো, এতিয়া আৰু শুধৰণি নাই। মাত্ৰ কেইদিনমানৰ কাৰণে আমাক আশ্ৰয় দিয়া ককাইদেউ।"

তৰামাই বৈ গ'ল।

অলপ প্ৰকৃতিস্থ হৈ বেদব্ৰতে ক'লে—"শুন, তহঁতক মই ৰাতিটোৰ কাৰণে আশ্ৰয় দিব পাৰো। তাৰ পিছত কাইলৈ ৰাতিপুৱাতে তহঁত

ঘৰলৈ ঘূৰি যাবিগৈ। ঘৰৰ সম্মতিত বিয়া হ'লে বা শুচি আহিলে তহঁতক মই ক্ষমা কৰিলোহেঁতেন। কিন্তু ঘৰ বা সমাজ বিৰুদ্ধ কামত মই অৰিহণা যোগাব নোৱাৰো। মোৰ বিবেকে মানি নলয়। নিজা ঘৰখনৰ প্ৰতি সকলোৰে এটা এবাব নোৱাৰা মোহ আছে। আমাৰো আছে। তহঁতৰ—এই কাৰ্য্যত পুৰণি আৰু নতুন এই দুয়োটা চামে তহঁতক সমৰ্থন জনাবনে? নজনায়, কেতিয়াও নজনায়। ময়ো সমৰ্থন নকৰোঁ। গতিকে কাইলৈ তহঁত পুনৰ উভতি যাবিগৈ।"

তাৰ পিছত বহুত কথা সিহঁতক সুধিলে বেদব্ৰতে। সিহঁতেও অকপট চিত্তে সকলো ব্যক্ত কৰিলে।

উমা বি, এ, পাছ নিবনুৱা। কোনো সংস্থান নাই।

খেতি মাটি আছে। ঘৰত এজন সৰু ভায়েক আৰু দেউতাকৰ বাহিৰে পৰিয়াল বুলিবলৈ কোনো নাই।

বাকী সকলো আছে। হাত ভৰি আছে। দৃষ্টি শক্তি আছে। কিন্তু সকলো থাকিও সি পঙ্গু।

দেউতাকে পঙ্গু বালে।

সেইজন ভেকা উমাই চুৰিয়া পিন্ধি পোন্ধ মাৰিব নাজানে, পথাৰত নামিব নোৱাৰে। বোকা, জোক, কেচুলৈ ভয় কৰে।

এতিয়া চাকৰি বিচাৰি এম্প্লয়মেণ্ট এক্সেঞ্জত নাম ভৰ্তি কৰিছে। মাহে মাহে কাৰ্ড ৰিনিউ কৰি আছে। 'নিবনুৱা যুৱক সংঘ' খুলি সম্পাদক হৈছে। মাহে মাহে সদস্যবৰ্গৰ চাঁদা তুলি এম. এল. এ., মন্ত্ৰী বিচাৰি, গুৱাহাটী, শ্বিলঙত ৰাজধানীৰ হোটেলত থাকি, চিনেমা চাই লোকৰ টকাৰে চালি ধৰি ফুৰিছে।

এইবোৰৰ লগতে সি তৰামাইৰ লগত গোপন প্ৰেমৰ আখৰা চলাই আছিল। গুৱাহাটী, চিলঙৰপৰা সি উভতি আহিলে তৰামাইলৈ ইটো-সিটো বস্তু আনিছিল। তৰামাইৰ লগত তাৰ আহ-যাহ, ঘূৰণ-ফুৰণ দেখি ঘৰৰ মানুহে তাক অলপ সন্দেহৰ চকুৰে নোচোৱাকৈ থকা নাছিল। পিছত সি সহজ হৈ পৰিছিল।

ৰাহিবা গল্প, উপন্যাস কিতাপৰ মাজত সিহঁতৰ প্ৰেমৰ বক্তব্য অহা-যোৱা কৰিছিল।

ওচৰৰে কেঞ্ৰা মহাজনৰ দোকানলৈ তৰামাইৰ দেউতাক সদায় আহে। বহে। মাল লয়। উমাই তেওঁৰ চাইকেলৰ খাপ নোহোৱা মুঠিটোৰ ভিতৰতে চিঠি সুমুৱাই দিছিল। এটা সময়ত বুঢ়া মাৰোৱাৰী গাদীৰপৰা উঠি, ডেকা গাভৰুৰ মনৰ খবৰ কঢ়িয়াই নিছিল চাইকেলেৰে। তেওঁ উভতি গৈ ঘৰৰ পিৰালিত চাইকেলখন তুলি থৈ, নাদৰ পাৰলৈ হাতভৰি ধুবলৈ যায়। সেই ছেগতে চাৰিওফালে চোকা দৃষ্টি ৰাখি, ধানৰ বস্তা চিলাই কৰা ডাঙৰ বেজীটোৰে চাইকেলৰ মুঠিৰ ভিতৰৰপৰা উমাই পঠিওৱা চিঠিখন বাহিৰ কৰি তৰামায়ে পোনচাটেই ব্লাউজৰ ভিতৰেদি সুমুৱাই থৈছিল। তাৰ পিছত, যেতিয়া পঢ়িছিল, তেতিয়া খাই বৈ আজৰি হৈ দুপৰীয়া সকলো শুই পৰিছিল। চিঠিখন তাই অকলে লুকাই লুকাই পঢ়ে। লগে লগে উত্তৰো লিখে। সন্ধিয়া উমা আহিলে হাতে হাতে দিয়ে। সি নাহিলে পিছদিনাখন দেউতাকৰ চাইকেলৰ মুঠিত সুমুৱাই দিয়ে।

সিহঁতে বৰ নিঃসঙ্গ অনুভৱ কৰিলে। বেছি দিন অপেক্ষা নকৰিব বুলি ঠিৰাং কৰিলে। শেষত ঘৰৰপৰা দুয়ো ওলাই আহিল।

সিঁহতৰ বৰ্ণনা শুনি বেদব্ৰতে ক'লে—"তহঁতে পঢ়ি শুনি শিক্ষিত হৈছ। কিন্তু কামবিলাক অশিক্ষিতৰ নিচিনাকৈ কৰ। সেইটোহে বেয়া কথা। তহঁত পলাই আহিলি। কিন্তু সমাজে ভাল বুলিবনে? প্ৰৱিহণা নিদিবনে? তহঁতৰ মা-দেউতাই দুখত হিয়া ভুকুৱাই কান্দিব। কান্দোতে মৃত্যুও হব পাৰে। তহঁত এতিয়াও নিৰ্দোষ পৱিত্ৰ হৈয়ে আছ। গতিকে কাইলৈ তহঁত পুনৰ গাঁৱলৈ উভতি যাবিগৈ। সমাজে গ্ৰহণ কৰিব তহঁতক। ঘৰে সান্ত্বনা লব। ভুল মানুহেৰে হয়। অন্ততঃ সমাজখনৰ ঐতিহ্যৰ বাবে, দুঃসহ বেদনাৰে ভাৰাক্ৰান্ত দুখন ঘৰৰ বাবে তহঁত উভতি যাবই লাগিব। সমাজে গ্ৰহণ কৰাৰ পিছত, তহঁতে সামাজিক প্ৰথাৰে বিয়া হবি। তহঁতৰ দুটি মন এটি কৰিবি। হৃদয়ৰ গোপন ব্যথা ব্যক্ত কৰিবি।"

সিহঁতৰ লগত বহুত কথা আলোচনা কৰিলে। সিহঁতক বহুত কথা বুজালে বেদব্ৰতে। উমা আৰু তৰামায়ে মাথো শুনি গ'ল।

ভাত-পানী খাই উঠাৰ পিছতো কিছু সময় বাৰাণ্ডাতে বহি কথা পাতি আছিল। ৰাতি ভালেখিনি হোৱাত বেদব্ৰতে শোৱাৰ ব্যৱস্থা কৰি কৈছিল—"উমা, তই আৰু মই সিটো কোঠাত শুম। ইয়াতে তৰামাই শোৱক। তৰা, আমি সিটো কোঠালৈ যাওঁ। তই দুৱাৰখন বন্ধ কৰি লাইটটো নুমাই শুবি। লাইটৰ চুইচ বিচনাৰ ওচৰতে আছে। সলাবলৈ কাপোৰ আছে নহয়? কাপোৰ-কানি সলাই তই শো। আহ উমা! তই তাতেই কাপোৰ সলাবি।" কৈ কৈ বেদব্ৰত বাহিৰলৈ গ'ল। পাছে পাছে উমা।

সিহঁত শুলে। ৰাতি মুকলিভাৱে ফুৰা নিষেধ বাবেই সিহঁত শুইছে। কিন্তু এজনৰো চকুৰ পতা জাপ নেখালে। সিহঁতৰ টোপনি নাহিল মুঠেই।

পুনৰ উভতি যাবলগীয়া হোৱাত লাজ আৰু অপমানৰ কথা ভাবি ভাবি তৰামায়ে চাটিফুটিকৈ বিচনাত বাগৰি নিশাটো কটাই দিলে।

উমাই, তৰামাইক এৰি দিলে পুনৰ নোপোৱাৰ আশংকাত, বেদনাসিক্তা গাভৰু এগৰাকীয়ে ওৰে জীৱন তাক অভিশাপ দিয়াৰ ভয়ত, বেদনাত তৰামাইৰ নিচিনা গাভৰু এজনীৰ যৌৱন শুকাই তৰাং হোৱাৰ চিন্তাত, সমাজ-ঘৰ আদিৰ লাঞ্ছনা-গঞ্জনা পোৱাৰ ভয়ত নিদ্ৰাবিহীনভাৱে গোটেই নিশাটো কটাই দিলে।

কিন্তু বেদব্ৰত? সি জানো শুব পাৰিছে? নাই, তাৰো টোপনি অহা নাই। সিও চিন্তা কৰিছে। যৌৱনপ্ৰাপ্ত এহাল ডেকা গাভৰু। দুটি মন একেলগ হোৱাৰ দুৰ্বাৰ আকাঙ্ক্ষা। দুয়ো দুয়োকো সান্নিধ্যত অৱৰুদ্ধ কৰাৰ আকাঙ্ক্ষা। সিহঁতৰ যৌৱন নামিছে। কামনাৰ জুয়ে সিহঁতক পুৰি মাৰিছে। বাসনাৰ সোঁতে সিহঁতক উটুৱাই নিছে। এইয়া সিহঁতৰ বয়সৰ গতি। সিহঁতক পলাই ফুৰিবলৈ বাধা দিয়াত তাৰ ভুল হোৱা নাই। সিহঁতে

স্পষ্টভাৱে সিহঁতৰ মনৰ কথা ক'লে ঘৰে, সমাজে নিশ্চয় মানি লব। সেয়ে উমা আৰু তৰামাই পুনৰ উভতি যাবই লাগিব। সমাজ বিগৰ্হিত কাম সি কৰিব নোৱাৰে। প্ৰয়োজন হ'লে সিও যাব দুয়োৰে লগত।——

তৰামাইজনী ধুনীয়া।

পাপিয়া, তৰামাই আৰু নাৰ্জী। তিনিজনী ছোৱালী। দেখিবলৈ গোটেই কেইজনী ধুনীয়া। কিন্তু তিনিওজনী বেলেগ বেলেগ বৈশিষ্টৰে ধুনীয়া।

পাপীয়াৰ গাখীৰ বগা দেহৰ ৰং। দুগালৰ গোলাপী ৰঙৰ আঁচোৰ, দীঘল চুলি একোচা, লনি মুখ এখনি, নিয়মীয়া ওখ আৰু থুতৰিৰ বাওঁফালে সৰু তিল এটি। হাতৰ আঙুলিবোৰ দীঘল, জোঙা।

তৰামাইৰ গাৰ ৰংটোহে ধুনীয়া পাপিয়াতকৈ। তাই খোপা বান্ধি আহিছে। কৃত্ৰিম খোপা আৰু চুলিও হব পাৰে। গোল মুখ। খোজত সৌন্দৰ্য্য নাই। পাপিয়াৰ কিন্তু খোজ-কাটলত কিবা এটা সৌন্দৰ্য্য ফুটি উঠে।

নাৰ্জীৰ দেহৰ ৰং ইহঁত দুজনীতকৈ অনুজ্জ্বল। কিন্তু ক'লা নহয়। চুটি চুলি। ওপৰত আকৌ ক'লা সূতা বান্ধিছিল। তেতিয়াৰ দিনত কৃত্ৰিম চুলি-খোপা ওলোৱা নাছিল। আন নহ'লেও পাপিয়া আৰু নাৰ্জীৰ মাজত এটা কথাত তৰামাইয়ে হাৰ মানিব লাগিব। সেইয়া হৈছে চকু। নাৰ্জীৰ চকুযুৰিৰ ভীষণ আকৰ্ষণীয় শক্তি আছে। পাপিয়াৰ কিছু কম। তৰামাইৰ একেবাৰে কম। নাৰ্জীৰ মুখত অমাৰ্জিত কথা। খোজ-কাটল দৃষ্টি কটু। ভাল নেলাগে।

পাপিয়া, তৰামাই আৰু নাৰ্জীৰ কথাবোৰ মনলৈ অহাত তাৰ নিজৰে লাজ লাগি গ'ল। সি টোপনি যাবলৈ চেষ্টা কৰিলে।

আহিনৰ শেষ নিশা। বাহিৰৰ পুবাকাশ অদূৰত হয়তো পোহৰৰ ৰেঙনি পৰিছিল। সি ঠাণ্ডা অনুভৱ কৰিলে। কাষতে

থকা এখি চাদৰখন গাত ললে।—হয়তো টোপনি আহিছিল মুহূর্তৰ বাবে। কিমান সময় কি ভাবিছিল তাৰ মনত নাই।

বেদব্ৰতে সাৰ পাই কাষৰ বিচনাখনলৈ চালে। উমা নাই। হয়তো উঠি বাহিৰলৈ গৈছে। সিও উঠি আহিল বাহিৰলৈ। ইটো কোঠালীও খোলা অৱস্থাত দেখিলে সি। ভিতৰলৈ সোমাই গৈ কোঠাটোত চকু ফুৰালে। তৰামায়ো নাই। সিহঁত গুছি গ'ল। সিহঁতক ধৰি ৰাখিব নোৱাৰি তাৰ দুখ লাগিল।

টেবুলৰ ওপৰৰপৰা টুথ ব্ৰাচডাল লবলৈ গৈ দেখে যে, ব্ৰাচডালেৰে হেঁচা দি কাগজ এখন উৰি যাব নোৱাৰাকৈ নাইবা তাৰ চকুত পৰিবলৈকে তেনেভাৱে থৈ গৈছে। ওপৰতে 'ককাইদেউ' সম্বোধন দেখি সি ভালকৈ চাই দেখে, সেইখন তালৈকে সিহঁতে লিখা চিঠি। সিহঁতে লিখিছে—"ককাইদেউ, তুমি কোৱাৰ দৰে আমি গাঁৱলৈ পুনৰ উভতি যাব নোৱাৰিম। তোমাৰপৰাও কোনো সহাঁৰি নাপালোঁ। সেয়ে আমি লক্ষ্যহীন যাত্ৰা আৰম্ভ কৰিলো। নাজানো, আমাৰ কপালত কি লিখা আছে। আশীৰ্বাদ কৰিবা যাতে মই আৰু সন্তানসন্তৱা তৰামাই কুশলে থাকিব পাৰো। শেষত সেৱা লবা। তোমাৰ—'উমা' 'তৰামাই।"

চিঠিখন পঢ়ি দুখৰ হুমুনিয়াহ এটি কাঢ়িলে বেদব্ৰতে—।

সিহঁতৰ ডেকা তেজ অপৰাভূত। যৌৱন অপৰাজেয়। নিৰাশাৰ বা-মাৰলীত সিহঁতৰ ডেকা তেজৰ পিৰপিৰণি উন্মুক্ত যৌৱনক কেতিয়াও চূৰ্ণ বিচূৰ্ণ হব নিদিয়ে।—

মুখহাত ধুবৰ বাবে বেদব্ৰত নাদৰ ফালে আগবাঢ়িল।

ৰাতি টোপনি নোহোৱাৰ বাবে তাৰ চকু দুটা পুৰিছিল। ৰ'দৰ ফালে চকু-মেলি চাব নোৱাৰা হৈছে। তাব ভাব হ'ল, সি যেন কাৰোবাৰ ছোৱালীৰ বিয়াত গোটেই নিশা দৰা ঘৰৰ মানুহক অভ্যৰ্থনা কৰি, কাম কৰি, কইনা বিদায় দি এইমাত্ৰ ঘৰলৈ উভতিছে।—

পাপিয়া বেছি ভাগ সময় গীতৰ মাজতে ডুবি থাকে যদিও যিমানে দিনবোৰ পুৰণি হৈ আহিছে, সিমানে তাইৰ মনৰ স্থিৰতা

নাইকিয়া হৈ পৰিছে। তাই কেতিয়াবা অকলে গীত গাই থাকোঁতে আগৰ কথাবোৰ ভাবি ভাবি কান্দি পেলায়। কেতিয়াবা তাই মাজৰাতিও কান্দে। পাপিয়াই কন্দা শুনিলে নিৰোদৰ বৰ দুখ লাগে। সি ভাবে, পাপিয়াই দুখৰ গীতবোৰ গাই গাই কান্দি পেলায়। কিয় সেইবোৰ গাই তাই কান্দে সি নুবুজে। বেদব্ৰতৰ কথা সি শুনিছিল। বেদব্ৰতৰ কাৰণেই যে তাই কান্দি থাকে, সেই কথা ভাবিবলৈ সি টান পাইছিল।

পাপিয়াই কন্দা দেখিলে কেতিয়াবা সি সোধে--"বাইদেউ, তুমি সদায় কিয় কান্দি থাকা বাৰু ?"

"—ক'তা ? মইতো কন্দা নাই।" পাপিয়াই নিজকে লুকুৱাবলৈ চেষ্টা কৰি উত্তৰ দিয়ে।

"--তেন্তে তোমাৰ গীত হঠাতে বন্ধ হৈ গ'ল কিয় ? তোমাৰ দুগাল তিয়াই চকুপানী ওলাইছে কিয় ? ৰাতি তোমাৰ উচুপনি মই সদায় শুনো কিয় ?"

নিৰোদৰ প্ৰশ্নত পাপিয়া নিৰুপায়। তাই মাথোন কয়-- "তোৰ দৰে মোৰো কিছুমান 'কিয়' জমা হৈ আছে। সেইবোৰৰ উত্তৰ মই বিচাৰি নাপাওঁ। সেইবোৰ ভাবি থাকোঁতে, মোৰ যে কেতিয়া চকুপানী ওলাই আহে, কেতিয়া মই উচুপি উঠো মই নিজেই কব নোৱাৰো।"

"নহয় বাইদেউ, তোমাৰ কি হৈছে মোক কবই লাগিব।"

"—ক'লে জানো তই মোৰ দুখৰ ভাগ লব পাৰিবি ? মোৰ চকুপানী, মোৰ উচুপনি বন্ধ কৰিব পাৰিবি ? মোৰ ভঙা হৃদয় জোৰা লগাব পাৰিবি ?''

"—মই তোমাৰ কাৰণে সকলো কৰিম বাইদেউ।"

"—মাজ ৰাতি কেতেকীৰ হিয়া ভঙা বিননি শুনিছ ?"

"--শুনিছো।"

"—সেই চৰাইটোৰ বিননি বন্ধ কৰিব পাৰিবি ? আমাৰ

ঘৰৰ এই ইমান সুন্দৰ বেৰবোৰত বোকা নাইবা ছাই সানি ক'লা কৰি দিব পাৰিবি ?"

"—তেতিয়া কি হব ?"

"—বনৰ চৰাইটোৰ উচুপনি বন্ধ হ'লেই মোৰ চকুপানী, মোৰ উচুপনি বন্ধ হব। বেৰবোৰ ক'লা কৰি দিলেই মোৰ হৃদয় শান্ত হব। নহ'লে দিনেৰাতি এই বেৰবোৰত মই কাৰোবাৰ প্ৰতিচ্ছবি দেখিবলৈ পাওঁ। মই পদধ্বনি শুনো। মোক দেখি সেই প্ৰতিচ্ছবিয়ে হাঁহে, কান্দে, মোৰ লগত কথা কয়, মোক হাত বাউল দি মাতে।" কথাখিনি কৈ পাপিয়া উত্তেজিত হৈ পৰে। আকৌ কান্দি উঠে।

মনৰ স্থিৰতা হেৰুৱাই পেলোৱা পাপিয়াজনীয়ে টোপনিতে কিবা বকে। হাঁহে। কিবা সপোন দেখি কান্দে। কেতিয়াবা সাৰ পাই কান্দে। নিৰোদে সপোনত কন্দা আৰু এনেয়ে কন্দা বুজি পায়। সি কামৰ কোঠাটোলৈ উঠি গৈ পাপিয়াক সোধে—

"বাইদেউ, তুমি এনেকৈ কান্দি থাকিলে মই পাগল হৈ যাম। তুমি নাকান্দিবা। তোমাৰ কি হৈছে, মোক পোনপটীয়াকৈ কোৱা না বাইদেউ।"

"একো হোৱা নাই অ'। এই গীতবোৰ গালে কি যে হয় মই কবই নোৱাৰো। তই শুই থাকগৈ যা।"

"তুমিতো এতিয়া গীত গোৱা নাই। তেন্তে কান্দিছা কিয় ? কাইলৈ মই ঘৰলৈ গৈ বিনোদ দাদা আৰু দেউতাক মাতি আনিম।"

"—খুৰাদেউ আৰু বিনোদক নালাগে মাতিব। আহিনো কি কৰিব ? মই বাৰু আজিৰপৰা আৰু নাকান্দো।" পাপিয়াই নিৰোদক প্ৰতিশ্ৰুতি দিয়ে।

সেই প্ৰতিশ্ৰুতি ক্ষন্তেকীয়া। সেইদৰে নিৰোদে বহুদিন তাইক বাধা দিছে। সান্ত্বনা দিছে। বহুতো বুজাইছে। কোনো সাংস্কৃতিক অনুষ্ঠানত প্ৰোগ্ৰেম থাকিলে পাপিয়াৰ লগত নিৰোদ যায়। তাইৰ লগত সি তবলা বজায়। সেইখিনি সময় তাই

কোনোমতে কটাই দিয়ে যদিও কোনেও নেদেখাকৈ ওলাই অহা চকুপানীখিনি গাৰ চাদৰখনেৰে মচি লয়।

পাপিয়াৰ অন্থিৰ অন্তৰাত্মাত কিহৰ জুই নিৰোদে নুবুজে।

বেদনাৰ ৰঙা-নীলা জুই শিখাৰ উত্তাপ অনুভব কৰে মাথো পাপিয়াই।

উমা আৰু তৰামাইৰ আবিৰ্ভাবৰ পিছত বেদব্ৰতৰ মন সলনি হৈ গ'ল। ভাবিলে, তাৰ নিজৰ বুলিবলৈতো কোনো নাই। তেনেহ'লে ওবে জীৱন কাৰ কাৰণে চাকৰি কৰিব? তাৰতো অভাৱ নাই অকণো। কিহৰ মায়াত, কাৰ মোহত চাকৰি কৰিব সি। চাকৰি কৰিব উমাই। উমাই নতুন জীৱনৰ, নতুন অধ্যায়ৰ পাতনি মেলিছে। উমাই তৰামাইক আনিছে। তৰামাইক সি জীয়াই ৰাখিব লাগিব। সিহঁতৰ সংসাৰলৈ ভৱিষ্যতে আহিব লগা প্ৰাণীকেইটাৰ ভৱিষ্যত সি এতিয়াই চিন্তা কৰিব লাগিব।

সেইবোৰ ভাবি বেদব্ৰতে চাকৰি নকৰাটোকে ঠিক কৰিলে। সি সোণাপুৰলৈ উভতি যাব। তাত যদি ভাল নেপায়, তেন্তে সি অমিয়পুৰলৈকে যাব।——

ভবামতেই চাকৰি কাল আৰু মাত্ৰ কেইবছৰমান থকা সত্ত্বেও এদিন ইস্তফা পত্ৰ দাখিল কৰি কৰ্মজীৱনৰপৰা অব্যাহতি ললে।

এদিন গুৱাহাটী মহানগৰীখনো এৰি বেদব্ৰতে বিদায় ললে অনাগত ভৱিষ্যতৰ বুকুলৈ।——

অকলশৰীয়া সংসাৰখনিৰ বস্তু-বাহানিবে এদিন আবেলি বেদব্ৰত সোণাপুৰত সোমাল এখন টেক্সীৰে। ঘৰৰ আগত নামিলহি। এজন ডেকা ল'ৰা আগুৱাই আহি ৰ লাগি বেদব্ৰতৰ মুখৰ ফালে চাই আছে। বেদব্ৰত যেতিয়া ভিতৰ চোতাললৈ যোৱাৰ উপক্ৰম তেতিয়া ডেকাজনে মাত দিলে—"আপুনি কাক বিচাৰিছে?"

বেদব্ৰত আচৰিত হ'ল। ভাবিলে—তাৰ ভুল হ'ল নেকি? অলপ সন্দিহান হৈ ক'লে—"মই গুৱাহাটীৰপৰা আহিছো। এইটো সত্যব্ৰত চলিহাৰ ঘৰ নহয় জানো?"

"—হয়। কিন্তু আপুনি?"

"—মই বেদব্ৰত চলিহা। তেওঁৰ ভায়েক হওঁ।"

"—খুৰাদেউ!" ডেকাজনে বেদব্ৰতক সাৱটি ধৰি অবুজ আনন্দত আপ্লুত হৈ কান্দি পেলালে।

বেদব্ৰতে বুজিলে ডেকাজন তাৰ ভতিজাক।

ডেকাজনে বেদব্ৰতক ভিতৰলৈ লৈ আহিল। কাম কৰা মানুহৰ হতুৱাই বাহিৰৰপৰা বস্তুবোৰ ভিতৰলৈ অনালে। বেদব্ৰতক বাৰাণ্ডাৰ চকীখনতে বহিব দিলে। ডেকাজনে ভিতৰত মাকক খবৰ দি আহি বেদব্ৰতৰ ওচৰতে থিয় দিলেহি। বেদব্ৰতে কিবা সুধিব খুজিলে—"তুমি—"

বেদব্ৰতৰ কথা শেষ নহ'ল। ডেকাজনে উপৰাই উত্তৰ দিলে—"মই আপোনাৰ ভতিজা। মোৰ নাম ৰাণা ৰঞ্জিত চলিহা।"

"পঢ়ি আছা?"

"হয়। এইবাৰ মেডিকেল ফাইনেল ইয়েৰ। দুদিন বন্ধ আছে বাবে আহিলো।"

বেদব্ৰতে ৰঞ্জিতক কিবা উপদেশ দিব খুজিছিল। কিন্তু প্ৰয়োজনবোধ নকৰিলে। ভাবিলে—ইমান দিন সময় নহ'ল, এতিয়া ফাইনেল ইয়েৰত উপদেশ নিদিলেও ৰঞ্জিত ডাক্তৰ হব। সেই ভাব সলনি কৰি ককায়েকৰ কথাকে সুধিলে—"ককাইদেউ মানে তোমাৰ দেউতাৰা কৰবালৈ গৈছে নেকি?"

"—দেউতা ৰাতিপুৱাতে গুৱাহাটীলৈ গৈছে। আহিবৰ হৈছে।"

এনেতে ন-বৌয়েক পাকঘৰ ওলাই আহি মাত দিলে—

"—বিদু ভালনে তোমাৰ?"

"—ভালেই নবৌ। তোমালোক ভালে আছাতো?"

"আছো যেনে তেনে।" ৰাণাৰ ফালে চাই ক'লে—"ৰাণা আহিচোন তুলসীক বিদুৰে মুখ হাত ধুবলৈ পানী দিবলৈ ক।"

ৰাণা মাকৰ নিৰ্দেশ পাই আঁতৰি গ'ল।

পাকলৈ আৰু দুই চাবিষাৰ কথা সুধি—"তুমি বহাচোন দেই বিদু। মই চাহ কৰো" বুলি পাকঘৰত সোমাল।

বহা ঠাইৰ পৰাই বেদব্ৰত ওপৰে ওপৰে ঘৰবোৰৰ ফালে চালে। ইমান ধুনীয়াকৈ ঘৰবোৰ সজাইছে। চব্ নতুন ঘৰ। ঘৰখনৰ এটি নতুন পৰিৱৰ্তন দেখি তাৰ ভাল লাগিল।

বেদব্ৰত মুখহাত ধুই আকৌ বহিছিলহি। এজনী ছোৱালীয়ে টেবুলখনত চাহ-জলপান দি গ'লহি। ছোৱালীজনীৰ ফালে চাই থাকিল অপলক নেত্ৰে। বেদব্ৰতে পাপিয়াক দেখা যেন পালে। হঠাতে পাপিয়ালৈ তাৰ মনত পৰিল। মনটো কেনেবা লাগি গ'ল তাৰ।

ৰাণাই 'পুলি' 'পুলি'কৈ মাতি বেদব্ৰতৰ ওচৰতে বহিল। ৰাণাৰ মাত শুনি ছোৱালীজনীয়ে পুনৰ ওলাই আহিল। ৰাণাই তাইক দেখুৱাই ক'লে—"খুৰাদেউ, এইজনী পুলি। মোৰ ভনী। এইবাৰ বি. এ. ফাইনেল দিব।"

পুলিয়ে নমস্কাৰ দিলে।

বেদব্ৰতেও নমস্কাৰ দিলে। লগতে সুধিলে—"তোমাৰ কম্বিনেশ্বন কি?"

লাজ মিহলি হাঁহিৰে তলমুৰকৈ পুলিয়ে উত্তৰ দিলে—'এডুকেশ্বন', 'হিষ্ট্ৰী', 'এচামীজ চেকেণ্ড লেংগুৱেজ'।

"—ভেৰি গুড্ কম্বিনেশ্বন। পিছে তোমাৰ আচল নামটো?"

"—পুলি পুনম চলিহা।"

বেদব্ৰতৰ মনটো সেমেকি উঠিল। 'পাপিয়া' নামটোহে তাইৰ মুখত উচ্চাৰণ হব বুলি ভাবিছিল। কিন্তু নহ'ল। সেই ভাবটো লুকুৱাই এনেয়ে কলে—"বেচ্। বঢ়িয়া নাম—ৰাণা ৰঞ্জিত, পুলি পুনম।"

ব্যস্ততাৰে নবৌয়েক পাৰুল বাহিৰলৈ আহি ৰাণাক নিৰ্দেশৰ সুৰত কলেহি—"ৰাণা, যাচোন—খুৰাৰক সিটো ঘৰ খুলি কোঠাটো ঠিক কৰি দেগৈ।"

পাৰুল ব্যস্ত। তাইৰ কাৰণেই এজন পুৰুষৰ জীৱনটো অসম্পূৰ্ণ হৈ ৰ'ল। ঘৰ এৰি গুচি গ'ল। সেই বাবেই হয়তো এই ব্যস্ততা।

এইজনী বৌয়েক যদি আগতে এনেকুৱা হ'লহেঁতেন, তেন্তে তাৰ জীৱনত কেতিয়াও আউল নেলাগিলহেঁতেন।—বেদব্ৰতে তাৰ নিজৰ কথাকে ভাবি ভাবি ৰহি ৰ'ল।

কিছুপৰ পিছত ৰাণা আহি বেদব্ৰতক এটি সুসজ্জিত কোঠালৈ লৈ গ'ল। ৰাণাই ক'লে—"খুৰাদেউ, এইটো আপোনাৰ কাৰণে সজোৱা ঘৰ। সকলো ব্যৱস্থা আছে। এইটো শোৱা কোঠা। সিফালে ড্ৰইং ৰুম। এইফালে ষ্টৰ ৰুম, বাথৰুম সকলো আছে। কাইলৈ দিনত চাই লব বাৰু।"

বেদব্ৰতে ভাল পালে। বিচনাখনতে সি অলপ শুলে। ৰাণাই ইটো-সিটো চাই কোঠাটোতে থাকিল। ক্ষন্তেক পিছত ৰাণাক কলে—"ৰাণা, অলপ ফুৰি আঁহো বলা।"

"বলক।" ৰাণাই সন্মতি জনালে।

দুয়ো ফুৰিবলৈ ওলাল। বেদব্ৰতে নবৌয়েক পাকঘৰত থকা বুলি জানিয়েই বাহিৰৰ পৰাই মাত দিলে—"নবৌ, আমি ফুৰি আহোঁগৈ।"

"—যোৱা। সোনকালে আহিবা কিন্তু।" লুচি ভজা কেৰাহীটো বেৰৰ গজালত ওলোমাই থবলৈ হাতত লৈ উত্তৰ দিলে পাৰুলে।

ৰাণা আৰু বেদব্ৰত দুয়ো আগবাঢ়িছে সোণাপুৰৰ আলিয়েদি। তাৰ জন্মভূমি সোণাপুৰৰ নতুন ৰূপ দেখি, পৰিবৰ্তন দেখি বৰ ভাল লাগিল। প্ৰধান ৰাস্তাটো পকী হৈছে। যদিও ৰাস্তাৰ দাঁতিৰ খুটাত লাইট-নাই, গাঁৱৰ মাজেদি লাইটৰ লাইনটো যোৱাত, গাঁৱৰ মানুহে ঘৰত লাইট লগাবলৈ সুবিধা হৈছে। বহুতেই লৈছে।

তাৰ নিজৰ ঘৰতো লাইট লগাইছে। চেন্টাৰটোত দোকান-পোহাৰ বহুত হ'ল। মানুহবোৰৰো উন্নতি হৈছে। স্কুলৰ সংখ্যা বাঢ়িছে। এখন মাদ্রাছাও হৈছে। সংস্কৃত টোলখনৰ অৱস্থা বেয়া হৈছে।

ৰাণাই সোণাপুৰৰ ইতিহাস কৈ গৈছে। বুজাই গৈছে। কোন মৰিল, কোন আছিল খবৰ দিছে বেদব্ৰতক। বেদব্ৰতে শুনি গৈছে।

দুই এজন মানুহে ৰাণাৰ লগত অচিনাকী মানুহ এজন দেখি খুব চাইছে। কোনোৱে ৰাণাৰ খুৰাক বুলি ভাবি থলে। চিনাকী দুই এজনে মাত দিলেহি। বা-বতৰা ললে। কাৰো কাৰো লগত ৰাণাই চিনাকী কৰি দিছিল।

সিহঁত দুয়ো আগবাঢ়িছে। গৈ থাকোঁতে সিহঁতে মানুহৰ জুম এটা দেখিলে। কাজিয়া লাগিছে। ৰাণা আৰু বেদব্ৰত ওচৰ চাপি গ'ল। ঘটনাটো জানিবলৈ দুয়ো উৎসুক হৈ পৰিল।

খেতি পথাৰত পানী নাই। চাৰিওফালে দুখৰ তপত নিঃশ্বাস। এই বছৰ খেতি নহব—এই কথা ভাবি খেতিয়কসকলৰ মন ভাঙি পৰিছিল। সিহঁতে শুনিছে—আন আন ৰাজ্যত খেতি পথাৰত পানী যোগানৰ ব্যৱস্থা হৈছে, সেই ৰাজ্যসমূহৰ চৰকাৰে খেতিৰ ওপৰত গুৰুত্ব দিছে। অসমৰ খেতিয়কসকলক চৰকাৰে অকণমান সহায় নকৰা বাবে চৰকাৰৰ ওপৰত সিহঁতৰ তীব্র ক্ষোভ। কেইজন-মানে মূৰ পিঠিত হাত বুলাই ভোট বিচাৰি যোৱা দেশৰ বিধাতা কেইজনক সমূলঞ্চে ধ্বংস হবলৈ শাও দিছে। সেইলৈয়ে গণ্ডগোল। নৰহৰি আৰু পীতাম্বৰে গাঁও পঞ্চায়তৰ সভাপতি, সম্পাদক দুয়ো-জনকে ৰাস্তাতে অপমান কৰিছে। গাঁৱৰ ৰাইজে আজি তিনিবছৰে মঠাউৰি, ভোঙৰ বিষয়ে তেওঁলোকক কৈ আহিছে। কিন্তু কোনো কাণ-সাৰ নাই। এইবাৰ খেতি নহব পানীৰ অভাৱত। পথাৰ ফাটি চিৰিলা চিৰিলি হৈছে। সেই দুখতে সভাপতি আৰু সম্পাদকক চৈধ্য পুৰুষ উজাৰি গালি দিলে। একমাত্র সেইটোৱেই কাৰণ নহয়। ৰাইজৰ খং উঠা কাৰণ কেইবাটাও আছে।

কিবা কামৰ অজুহাত দেখুৱাই সভাপতি, সম্পাদক দুয়োজনে হেনো টকা-পইচাও বিচাৰে ৰাইজৰ পৰা।

বেদব্ৰত আৰু ৰাণাই ঘটনাৰ উহঁলৈ তাৰপৰা আঁতৰি আহিল। বেদব্ৰতে নৰহৰি আৰু পীতাম্বৰৰ কথাকে ভাবি আহিছে।

খেতিয়ক শ্ৰেণীটো নহ'লে দেশৰ অৱস্থা যে কি হব! দেশখনত কলি লম্বিছে। চকুৰ আগতে ধনীবোৰ দিনে দিনে ধনী হৈ যাব ধৰিছে আৰু দুখীয়াবোৰ দুখীয়াৰপৰা আৰু বেচি দুখীয়া, নিঃকিন হৈ গৈছে। অথচ এই খেতিয়ক শ্ৰেণীটো নহ'লে আনটো শ্ৰেণী ৰাচি থাকিব নোৱাৰে। অৱশ্যে চৰকাৰে বৰ্ত্তমান খেতিয়ক শ্ৰেণীটোৰ ওপৰত গুৰুত্ব দিছে। বহুত আঁচনি হাতত লৈছে। কিন্তু সেইবোৰ কিমানদূৰ কাৰ্য্যকৰী হয়, সেইটো সফলতাৰ মাপকাঠিৰে পিছতহে জুখিব পৰা হব।----

"খুৰাদেউ!"

ৰাণাৰ মাতত বেদব্ৰত চিন্তাৰপৰা আঁতৰি আহিল।

"--কি হ'ল ৰাণা?"

"--আপোনাৰ কথা শুনিছিলো দেউতাৰ মুখত। কিন্তু দেখা নাছিলো।"

"এতিয়াতো দেখা দিবলৈয়ে আহিলো।"

"--আপুনি আৰু নাযায়?"

"--ক'লৈ?"

"--আপুনি যে নতুন ঘৰ মাটি লৈছে তালৈ, মানে অমিয়পুৰলৈ!" বেদব্ৰতে কথাটো তল পেলাবলৈকে বেলেগ কথা সুধিলে--

"--তুমি এইবাৰ মেডিকেল ফাইনেল দিবা?"

"--হয়।"

"--মোৰ বেমাৰ হ'লে তেন্তে আন ডাক্তৰ মই নিবিচাৰো। নহয় জানো?"

"--আপুনি কোনো চিন্তাই নকৰিব খুৰা। পিছে আপুনি অমিয়পুৰলৈ যাব নে নেযায়?"

"—ঠিক নাই যাবও পাৰো।" সেইটো বিষয়ৰপৰা হাত সাৰিবলৈ বেদব্ৰতে উপায় বিচাৰিছিল। হঠাত থিয়েটাৰ আদি হোৱা অস্থায়ীভাৱে সজা মঞ্চটোৰ জকাটো, আৰু ৰভাখন দেখি বেদব্ৰতে যেন সকাহ পালে।

"—ইয়াত কি হৈছিল বাণা ?"

"—দুদিন আগতে ইয়াতে আমি এখন 'কালচাৰেল শ্ব' পাতিছিলো। বিভিন্ন ঠাইৰ শিল্পীক আমন্ত্ৰণ, নিমন্ত্ৰণ জনোৱা হৈছিল। গুৱাহাটী, নগাওঁ, তেজপুৰ, মঙ্গলদৈ, শিৱসাগৰ, ডিব্ৰুগড়ৰ শিল্পীৰ বাহিৰেও অমিয়পুৰৰ দুজন শিল্পী আহিছিল। পিছে কি হ'ল জানে খুৰা, অমিয়পুৰৰ শিল্পী দুগৰাকীয়ে সকলোকে ম্লান কৰি পেলালে। তেওঁলোক বাইদেৱেক-ভায়েক। ভায়েকে তবলা বজায়। বাইদেৱেকে গান গায়। দহ, বাৰটামান গীত গালে। ইমান ধুনীয়া গাইছে খুৰা, আপুনি শুনাহেঁতেন! তেওঁ গীত গালে মানুহ বাহিৰৰপৰা ভিতৰলৈ আহে। শ্ৰোতা নিস্তব্ধ হৈ যায়। গীত গাই থাকিলে তেওঁ কব নোৱাৰা হৈ যায়। মাজতে এবাৰ দৰ্শকৰ মাজৰপৰা আমাৰ বন্ধু প্ৰভাত চৌধুৰীয়ে তেওঁক তেওঁক নিজা প্ৰিয় গীত এটি গাবলৈ অনুৰোধ কৰিলে। তেওঁ গালে। গীতটো গাই থাকোঁতে তেওঁৰ চকুপানী বৈ আহিছিল। গীতটোৰ শেষৰ কলিটো শেষ হোৱাৰ লগে লগে কান্দি কান্দি ভিতৰলৈ সোমাই গৈছিল। ছোৱালীজনীয়ে ৰেডিঅ'তো গান গায় হেনো। ল'ৰাজনৰ নাম নিৰোদ বৰুৱা। ছোৱালীজনী হেনো বৰদেউতাকৰ ছোৱালী। নিজা কোনো নাই। নামটো পাহৰিছো বব। অ' মনত পৰিছে—পাপিয়া। পাপিয়া। ধুনীয়া নাম নহয়নে খুৰা ?"

অমিয়পুৰৰ নাম শুনি, পাপিয়াৰ নাম শুনি বেদব্ৰত চমকি উঠিল। বিষয়টো এৰাবলৈ অলপ দূৰলৈ হাতেৰে দেখুৱাই সুধিলে— "বাণা! সেইবোৰ ক'ৰ মানুহ অ' ?"

বেদব্ৰত অপ্ৰস্তুত হৈ পৰা বাণাই বুজিছিল। মানুহজন হঠাত কিয় অপ্ৰস্তুত হৈ পৰিল সেইটোহে নুবুজিলে। সি খুৰাকৰ কথাৰ

মাজলৈ আহি ক'লে—"সেইয়া নুৰপুৰ, খুৰা। বেকী আৰু পাগল-দিয়া নদীৰ মহনীয়াত পুহহীন হোৱা পৰিয়ালক চৰকাৰে ইয়াতে সংস্থাপন কৰিছে। সেই গোটেইখিনি মুছলমান সম্প্ৰদায়ৰ। তাৰ বিপৰীত ফালে অৰ্থাৎ ৰাস্তাটোৰ সিটো পাৰে আমাৰ সোণাপুৰ গাঁৱৰ সীমা। নুৰপুৰত আঠৈশটা পৰিয়াল আছে।"

কিছুপৰ নীৰৱতাৰ পিছত কিবা এটি সুৰ ভাহি অহা শুনি ৰাণাই মাত লগালে আকৌ।

"—খুৰাদেউ।"

"--কোৱা ৰাণা।"

"—কাণ পাতি শুনকচোন।"

"--কি শুনিম ? অ' শুনিছো "

ৰাণাই কি শুনিব কৈছে, সেইয়া বেদব্ৰতেও শুনিছে—সন্ধ্যাৰ সোণাপুৰৰ নামঘৰৰ শংখ, ঘণ্টা, ডবা, কাঁহৰ সুমধুৰ ধ্বনি আৰু নুৰপুৰৰ মছজিদৰ গধূলিৰ আজানৰ শব্দ। সেই দুয়ো ঠাইৰ সুৰৰ মূৰ্ছনা একেলগে একে বতাহত ভাঁহি আহিছে। কি অপূৰ্ব সেই সুৰ।----

"—শুনিছে খুৰা ?"

"—ভিন্ন সম্প্ৰদায়ৰ, ভিন্ন প্ৰাৰ্থনাৰ, ভিন্ন আৰতিৰ স্বৰ্গীয় সুৰটি একে বতাহত এক হৈ পৰাৰ দৰে মানুহবোৰ এক হৈ পৰিলেহে অপৰিসীম সুখ পাওঁ। বুজিছা ৰাণা ?"

"—বুজিছো।"----

সিহঁত দুয়ো ঘৰ পাইছিলহি।

বেদব্ৰতে নিজৰ কোঠাত সোমাই কাপোৰ-কানি সলাই লৈ বিচনাত শুই আছে। অলপ ক্লান্ত অনুভৱ কৰিছে।

এনেতে ককায়েক সত্যব্ৰত সোমাই আহিল।

"—বিদু তই আহিলি ?"

"আবেলি আহি পালো ককাইদেউ। তুমি গুৱাহাটীলৈ গৈছিলা হেনো।"

"—ওঁ। অলপ আগতে আহি পালো। ব্যৱসায় সংক্রান্ত ঘূৰি নুফুৰিলেও নহয়। আজিও গৈছিলো কিবা এটা কামৰ কাৰণে।"

আৰু দুই-চাৰিটা কথা পতাৰ পিছত সত্যব্ৰতে ক'লে—"তোৰ ভাগৰ লাগিছে, তই শো বাৰু। কাইলৈ কথা-বতৰা হ'ম।" সত্যব্ৰত ওলাই আহিল।

বেদব্ৰত বিচনাখনৰপৰা নামি আহি কোঠাটোতে থকা 'লাইফ চাইজ'ৰ আইনাখনৰ সমুখত থিয় দিলেহি। গাল-মুখত হাত বুলাই নিজৰ অবয়বটো এবাৰ চাই ললে। সি তেনেই বুঢ়া হৈ গৈছে। অথচ তাতকৈ চাৰিবছৰৰ ডাঙৰ ককায়েক সত্যব্ৰত কিমান ধুনীয়া ডেকাটোৰ দৰে হৈ আছে। কোনোবাই সিহঁত দুয়োজনক একেলগে দেখিলে বেদব্ৰতকহে সত্যব্ৰতৰ ককায়েক বুলি কব। দুখত মনটো আকৌ ভৰি উঠিল। আইনাখনৰ ওচৰৰ পৰা আঁতৰি আহি আকৌ শুই পৰিল।

ৰাতি ভাত-পানী খাই সকলো শুই পৰিল। সোণাপুৰ মাজনিশাৰ গভীৰ টোপনিত। মাত্ৰ বেদব্ৰত সপোন নদীত সাতুৰি নাদুৰি ক্লান্ত হৈ পৰিছিল। যি নদীৰ উত্তাল তৰংগৰ মাজেদি প্ৰতিভাত হৈছিল তাৰ অতীত যৌৱন। পাপিয়াৰ ৰূপ যৌৱন। সেই ৰূপ যৌৱনে জগাই তোলা কামনাৰ উন্মাদনা আৰু এখনি নাৰী হৃদয়ৰ গোপন আকুতি। পাপিয়া আহিছিল। তাৰ নিচেই ওচৰত কিছু সময় থিয় দিলে। খুব কান্দিলে। তাৰ পিছত কিবাবোৰ ক'লে। শেষত আকৌ কান্দি কান্দি গুছি গ'ল। সি চিঞৰি চিঞৰি মাতিলে—"পাপিয়া"— "পাপিয়া——।"

বেদব্ৰতে সাৰ পালে। বাহিৰত দুৱাৰখনত শব্দ কৰি কোনোবাই মাতি আছে। সপোনৰ কথা মনত পৰাত সি লাজ পালে, জানোচা ঘৰৰ কোনোবাই শুনিছে। সি উঠি আহি দুৱাৰখন খুলি দিলে।

দুৱাৰমুখতে ৰাণা থিয় দি আছিল। সি সুধিলে—

"—আপুনি কিবা সপোন দেখিছিল নেকি খুৰা?"

"—নাই, মানে কব নোৱাৰো।"

"—আহক, মুখ হাত ধুব" বুলি ৰাণা আগবাঢ়িল।

ৰাতিপুৱা চাহ খোৱাৰ পিছত সত্যব্রতৰ লগত আলোচনা কৰি বেদব্রত অমিয়পুৰলৈ যাব ওলাল। তাত দুদিনমান থাকিয়ে আকৌ উভতিব।

অমিয়পুৰত তাৰ ঘৰ আছে। অমিয়পুৰৰ প্রতি তাৰ এটা মোহ আছে। এটা এৰাব নোৱাৰা আকর্ষণ আছে।——

ওৰে ৰাটে সি ভাবিছিল, পাপিয়াৰ কথা, পাপিয়া সোণাপুৰলৈ অহাৰ কথা, তাই গীত গাওঁতে কন্দা কথা।

গধূলি ৰতন লহকৰে বেদব্রতৰ গোটেই কাহিনী শুনিলে। তেওঁৰ দুখ লাগিল। লহকৰ লাহেকৈ উঠি গ'ল। বেদব্রত চলিহা এনেয়ে শুই থাকিল। কিমান সময় অতিবাহিত হ'ল তেওঁ কব নোৱাৰে।

ৰতন লহকৰ আকৌ এবাৰ তেওঁৰ কোঠালৈ সোমাই আহি কৈ গলহি—"আপুনি শোৱাই নাই নেকি চলিহা? শোৱক। পোনাকণে বৰ আমনি দিছে, মই শুব পৰা নাই। কিন্তু আপুনি শোৱা নাই কিয়? ইমান নিশালৈ কি কৰিছেনো? এতিয়া বুঢ়া হৈছে, ভাবনা-চিন্তা বাদ দি আৰাম কৰক।"

বেদব্রত চলিহাই অন্তৰত দুখ পালে লহকৰৰ কথাকেইষাৰত। লাজো লাগিল।

অতীতৰ কথাবোৰ ভাবি ভাবি, তেওঁ আনমনা হৈ পৰিছে। সময়ে উেউকা কোবাই কেনি উৰি গৈছে তালৈ তেওঁৰ ভ্রূক্ষেপ নাই। লহকৰ আহি কথাখিনি কৈ যোৱাতহে তেওঁৰ সম্বিৎ ঘূৰি আহিল।

দুৱাৰখন বন্ধ কৰি, লাইটটো নুমুৱাই দিলে। কোঠাটো এন্ধাৰ হৈ গ'ল। লগে লগে লহকৰে কৈ যোৱা কথাখিনি ঘৰটোৰ

চাৰিওখন বেৰত প্ৰতিধ্বনিত হোৱা তেওঁ শুনিলে “----- এতিয়া বুঢ়া হৈছে, ভাবনা-চিন্তা বাদ দি আৰাম কৰক।” “------ পোনাকণে আমনি দিছে -----” “----- এতিয়া বুঢ়া -----” চিঞৰি কান্দি দিবৰ মন গ’ল তেওঁৰ। বয়সে বাধা দিলে চিঞৰিবলৈ। কিন্তু চকুলোৰ নীৰৱ বন্যাৰ ওচৰত বয়সে হাৰ মানিলে। থৰক-বৰক খোজেৰে তেওঁ বিচনাখনত শুই পৰিল।

বেদব্ৰত চলিহা বুঢ়া হৈছে। তথাপি আৰাম কৰিব পৰা নাই। আমনি দিবলৈ পোনাকণ নাই। তথাপি তেওঁৰ চকুত টোপনি নাই।

তেওঁ অকলশৰীয়া নহ’লহেঁতেন। ইমান দিনে ঘৰ সংসাৰ পাতি নিগাজীকৈ তেৰোঁ থাকিব পাৰিলেহেঁতেন। দুটি ল’ৰা-ছোৱালী। সৰু সংসাৰ। সুখী পৰিয়াল। সিহঁতৰ হাঁহি-কান্দোন, অবুজ ভাষা, হাই উৰুমিৰে ঘৰখন মুখৰিত হৈ পৰিলহেঁতেন। কিন্তু পাপিয়াৰ ওচৰত দিয়া প্ৰতিশ্ৰুতি তেওঁ আখৰে আখৰে ৰাখিলে।

“পাপিয়া! তুমি মোৰ পাপিয়া। তোমাৰ সুখ-দুখ, আনন্দ-বিষাদৰ ভাগ লওঁতা মই। তোমাৰ জীৱনৰ সকলো দায়িত্ব মোৰ হাতত। তোমাক মই গঢ়ি তুলিম। তোমাৰ প্ৰতি দায়িত্ব শেষ কৰিব পাৰিলে মই মোৰ কথা ভাবিম।”

এইয়া পাপিয়াৰ ওচৰত বেদব্ৰতৰ প্ৰতিশ্ৰুতি। কিন্তু এই প্ৰতিশ্ৰুতি অনুসাৰে পাপিয়াৰ জীৱনৰ কোনো দায়িত্ব বেদব্ৰতে শেষ কৰিব নোৱাৰিলে। সেই বাবে তেওঁ নিজৰ কথাও ভবা নাই।

বহুদিন বিৰতিৰ পিছত তেওঁ আকৌ আহিছে। পাপিয়া আৰু নাজীক লগ ধৰি যাব। নাজীয়ে চিঠিত লিখামতে আত্মহত্যা কৰিবও পাৰে, হয়তো নকৰিবও পাৰে। সিহঁত দুয়োজনীক তেওঁ ভাল পায়, মৰম কৰে। পাপিয়া তেওঁৰ জীৱনাদৰ্শৰ চানেকী। পাপিয়া তেওঁৰ ভাবৰ আৰ্কষ, চিন্তাৰ সোঁত। পাপিয়া যদি সুখী হব পাৰিছে, তেন্তে তেওঁ জীৱনৰ শেষ সন্ধিক্ষণত নিজৰ বাবে

একো নিৰ্বিচাৰে। জীৱনৰ বিয়লি বেলাত পাপিয়াৰ সুখ-শান্তি-খিনিকে লৈ তেওঁ এবাৰ গৌৰৱ কৰিব।------

গোটেই দিনটো আগত লৈ পুনৰ বেদব্ৰত চলিহা ওলাই গ'ল পাপিয়াৰ সন্ধানত। নাজীৰ সন্ধানত। তেওঁ আগবাঢ়িছে।

তিনি-চাৰিদিন ডাঢ়ি নুখুৰোৱা এখনি মুখ, চিন্তা-ভাৱনা আৰু অনিয়মিত টোপনিৰ বাবে সোমাই যোৱা চকুহালিৰে তেওঁ ইফালে সিফালে চাই আগবাঢ়িছে। পাপিয়া, নাজীৰ কথা কাকো সুধিবলৈ তেওঁৰ সাহস হোৱা নাই। চিনাকী মুখ এখন দেখা পোৱাৰ আশাৰে তেওঁ কেৱল গৈ আছে।

এনেতে পিছফালৰ পৰা কোনোবা এজনে তেওঁৰ কান্ধত হাত দিলে। বেদব্ৰত চলিহাই উভতি চালে।

এজন ডেকা। গাত মলিয়ন নীলা চাৰ্ট এটি, বগাৰ পৰা লাহে লাহে ক'লা ৰং ধৰা পেন্ট, ভৰিত সাধাৰণ চেণ্ডেল এযোৰ। প্ৰায় এবছৰমান নকটা বাবে ডাঢ়ি-চুলি বেচ দীঘল হৈছে। চকুৰ গুৰিত ক'লা ৰং ধৰিছে। চকুহাল ৰঙা আৰু সোমাই গৈছে। মুখখন ভাঙি পৰিছে। ওখ ছয় ফুটৰ কম নহয়।

"মোক কিবা কৈছে?" চলিহাই যুৱকৰ চকুলৈ চাই সুধিলে।

"হয়। আপোনাৰ লগত মোৰ কথা আছে।" ডেকাৰ উত্তৰ।

"কি কথা আছে? মই কিন্তু আপোনাক চিনি পোৱা নাই।"

"পাব। আপোনাক কেইটিমান কথা কবলৈ আপুনি ইয়ালৈ অহা তিনিদিনৰ প্ৰত্যেকদিনেই মই আপোনাক অনুসৰণ কৰি আছো। সুবিধা পোৱা নাই। এতিয়া আহক মোৰ লগত।" কথাখিনি কৈ ডেকাজন আগবাঢ়িল।

ডেকাজনৰ লগত নগলে কিবা বিপদ ঘটাব বুলি ভাবি ভীতি-বিহ্বল চাৱনিৰে বেদব্ৰত চলিহাই ডেকাজনৰ পিছ ললে।

এটা সাধাৰণ ঘৰৰ ভিতৰত সোমাল ডেকাজন। ঘৰ মানে কোঠা এটি। কোঠাটোত বিচনা এখন, চকী এখন, বটী এডালত

মুখনমান কাপোৰ ওলোমাই থোৱা আছে। বেৰত গজাল মাৰি আৰি থোৱা আছে অলপ ভগা আৰ্চী এখন। হাৱাই চেণ্ডেল এজোৰ আৰু ফটা তাপলি মৰা জোতা এযোৰ মজিয়াত বিশৃঙ্খলভাৱে পৰি আছে।

"বহক" বুলি চকীখন আগুৱাই দিলে ভেকাজনে।

চলিহা বহিল।

কোঠাটোত আকৌ এবাৰ চকু ফুৰাই এই ভেকাজনৰ মুখখন ক'ত দেখিছিল মনত পেলোৱাৰ চেষ্টা কৰিলে।

"—কোঠাটো চোৱাৰ প্ৰয়োজন নাই। কুকুৰ-মেকুৰীৰ দৰে জীৱন কটাইছো।" ভেকাজনে কৈ গ'ল—"শুনক এতিয়া মোৰ কৰুণগীয়াখিনি। পাপিয়া আৰু নাৰ্জী নামে দুজনী গাভৰুৰ কথা আপুনি পাহৰা নাই নিশ্চয়। সিহঁতক আপুনি অগাধ মৰম কৰিছিল, বিশ্বাস কৰিছিল। পাপিয়াৰ জীৱন পথৰ কাঁইট আঁতৰাই পথ নিষ্কণ্টক কৰি দিছিল আপুনি। জীৱনৰ একা বেঁকা পথ পোনাই দিছিল, এন্ধাৰ পথ পোহৰাই দিছিল। আনহাতে নাৰ্জীক বেঁকা পথেদি কাঁইটৰ মাজলৈ এন্ধাৰত এৰি দিছিল। পাপিয়া আজিও আছে দেৱী ৰূপত। নাৰ্জীৰ জীৱন নিঃশেষ হৈ গ'ল। এই সকলোবোৰ কথা মই আগৰেপৰা জানো। নাৰ্জীৰ জীৱনটোৰ বাবে দায়ী আপুনি। নাৰ্জীৰ নিঃশেষ হৈ যোৱা জীৱনটোৰ বাবে আপুনি আজি কৈফিয়ৎ দিব লাগিব মোৰ ওচৰত।"

"—শুনক।" বেদব্ৰতৰ ভয় লাগিছিল। মুখখন শুকাই গ'ল। মাতটো কঁপি কঁপি ওলাইছিল। তথাপি ভেকাজনৰ পৰা মুক্তি পাবলৈ সঁচা কথাকে ক'লে—

"পাপিয়া আৰু নাৰ্জী দুয়োজনীকে মই পথৰ সন্ধান দিছিলো। নাৰ্জীয়ে কিন্তু সেই পথ গ্ৰহণ কৰিবলৈ টান পালে। মোৰ উপদেশ, পৰামৰ্শ, আদেশ-নিৰ্দেশ সকলো দলিয়াই দিছিল। কেতিয়াবা মই নিজে নাৰ্জীৰ হাতত অপমানিত হোৱাৰ ভয়ত আঁতৰি আহিছিলোঁ। শেহত এদিন মই নিজে বিদায় ললো এই অমিয়পুৰৰপৰা। বহু বছৰ পিছত পুনৰ উভতি আহিছো নাৰ্জী আৰু পাপিয়াক বিচাৰি।" অলপ বৈ আকৌ মাত দিলে বেদব্ৰত চলিহাই।

"—কিন্তু আপুনি কোন ?"

"—মোক 'তুমি' বুলি কব বিদু দা। মই সজীৱ।" বুলি সজীৱে বেদব্ৰত চলিহাৰ গাত ধৰি কান্দি দিলে।

বেদব্ৰতৰ চকু দুটাও সেমেকি উঠিল। বাহিৰত ইমান কঠিন হৃদয়ৰ যেন দেখা ল'ৰাটোৰেও কান্দিব পৰাত তেওঁৰ দুখ লাগিছিল।

সঞ্জীৱে লাহে লাহে কৈ গ'ল—"আপোনাৰপৰা কৈফিয়ৎ বিচৰা নাই। কৈফিয়ৎ আপুনি দিব নালাগে। আপুনি পাপিয়া আৰু নাৰ্জীক বিচাৰি আহিছে, সেই কথা মই জানো। সেই বাতৰি দিম বুলিয়েই মই আপোনাক মাতি আনিছো।"

"নাৰ্জীয়ে এচিড খাই দুবাৰকৈ আত্মহত্যা কৰিবলৈ চেষ্টা চলাইছিল। তাই অন্তঃসত্বা হৈ লাজত সেই পথ বাচি লৈছিল। কিন্তু দুয়োবাৰেই তাইক মই সেই পথৰপৰা ওভোতাই আনো। তাৰ পিছত এদিন তাই হেৰাই থাকিল। ক'লৈ গ'ল কোনেও কব নোৱাৰে। মযো কিমান বিচাৰিলো, আজিলৈ নাপালো। তাইৰ শোকত মা-দেউতাও মৰি থাকিল। মই অকলশৰীয়া বিদু দা।" সঞ্জীৱৰ চকুৰেদি ধাৰাসাৰে পানী বৈ আহিল।

"—নাৰ্জী নাই? তুমি কি কৈছা সঞ্জীৱ?" বদব্ৰত চলিহাই আঘাত পাই চিঞৰি উঠিল।

"—বিদু দা! মই ভৱিষ্যতৰ কথা নাভাবি খুবেই ভুল কৰিলোঁ। বেয়া সঙ্গ, বেয়া পথৰপৰা ওভতাই আনিবলৈ মোৰ বাবে কোনেও চেষ্টা নকৰিলে। মই মদাহী, মই গুণ্ডা হৈ পৰিলো। দেউতাৰ ঘৰ-বাৰী, ধন-সম্পত্তি সকলো মোৰ হাততেই নিঃচিহ্ন হৈ গ'ল। সকলো বিক্ৰী কৰি দিলো। টকা-পইচা যেতিয়া মোৰ হাতত উভৈনদী হৈ আছিল, তেতিয়া মোৰ বন্ধুৰ অভাৱ নাছিল। এতিয়া মোক উভতি চাবলৈ কাৰো সময় নাই। অথচ মই কিমানক সহায় কৰিছিলো। এতিয়া বুজিছো, নিজে বিক্ৰী গৈ আনক কেতিয়াও সহায় কৰিব নাপায়। চব অকৃতজ্ঞ। অনুতাপ, অনুশোচনাত মোৰ মন পুৰি ছাই হৈ গৈছে। সেইবোৰ ভাবি ভাবি মই পাগল হৈ যাম বিদু দা! মই পাগল হৈ যাম।" বিচনাখনত বাগৰি সঞ্জীৱে কান্দিব ধৰিলে।

চলিহাৰো চকুলো দুধাৰি বৈ আহিল। তেওঁ মৌনভাৱে বহি ৰ'ল।

সঞ্জীৱে আকৌ আৰম্ভ কৰিলে—"বিদু দা! পাপিয়াই মোক মৰম কৰে আজিও। চলিবৰ বাবে মোক টকা দিয়ে, খাবলৈ ভাত দিয়ে। খুৰাকৰ ল'ৰা মিৰোদৰ হতুৱাই মোক মতাই নিয়ে। পাপিয়াৰ জীৱনত কলঙ্কৰ কালিমা সানি দিব খোজা গৌৰ বতনক

মই পঙ্গু কৰিছিলো। সি পাপিয়াৰ ওচৰত অসৎ ব্যৱহাৰ কৰিছিল। সেয়ে পাপিয়াই আজিও মোক মৰমেৰে তাৰ প্ৰতিদান দি আছে। পাপিয়া প্ৰকৃত নাৰী বিদু দা! পাপিয়া মানৱী নহয় দেৱী।"

বেদব্ৰতৰ মনটো অলপ ক্ষৰকাল হ'ল। উৎফুল্ল মনেৰে সুধিলে—"পাপিয়া ক'ত থাকে সঞ্জীৱ? মোক ঘৰটো দেখুৱাই দিব পাৰিবা?"

"—পাৰিম বিদু দা! মোৰ লগত বলক।"

দুয়ো ওলাই গ'ল।

ৰাস্তাত বেদব্ৰতে সঞ্জীৱক ক'লে—"সঞ্জীৱ! তুমি নিশ্চয় জানা যে,ময়ো অকলশৰীয়া। ককাইদেউ আছে যদিও, তেওঁৰ ঘৰ-সংসাৰ, ল'ৰা-ছোৱালী আছে। মোক কিমান দিন চাব? মোৰ ঘৰ-সংসাৰ কৰা নহ'ল। গতিকে তুমি মোৰ লগত থাকিবা। আমি দুয়ো দুয়োৰে জীৱনৰ সুখ দুখবোৰ ভগাই লম। কোনো কিবা আপত্তি আছে?"

"মই ভাবি চাব লাগিব বিদু দা।" সঞ্জীৱে ক'লে, "তেনেকৈ পাপিয়াইতো মাতিছিল। মই কিন্তু যোৱা নাই।"

নীৰৱতাৰ মাজেদি অলপ দূৰ গৈ সঞ্জীৱ এটি দুমহলীয়া পকী-ঘৰৰ সমুখত ৰ'ল। সি ক'লে,—"—বিদু দা, এইটোৱে পাপিয়াৰ ঘৰ। তলৰ মহলা ভাৰা দিছে। ওপৰ মহলাত পাপিয়া থাকে। আপুনি আবেলি আহিব।"

বেদব্ৰত চলিহাই ঘৰটো ভালকৈ নিৰীক্ষণ কৰিলে। দুৱাৰ-খিৰিকীবোৰত সেউজীয়া পৰ্দা লগোৱা, ঘৰৰ চাদত ফুলৰ টাব, সেইখিনিকে মনত ৰাখি সঞ্জীৱৰ সৈতে চলিহা উভতিল।

চলিহাই সঞ্জীৱক লগত লৈ আহিল নিজৰ ঘৰলৈ।——

বেদব্ৰত চলিহা সন্ধিয়া ওলাই গ'ল পুনৰ পাপিয়াৰ ঘৰলৈ। নগৰ উদ্যানখন আগেয়ে নাছিল। নতুনকৈ নিৰ্মাণ কৰিছে। সেইখন চকুত পৰিল তেওঁৰ। এটি পুখুৰী। চাৰিওফালে লোহাৰ চকোৰা। পুখুৰীটোৰ পাৰে পাৰে ছয়খনকৈ বেঞ্চ। লাইটৰ ব্যৱস্থাও আছিল। কিন্তু নজ্বলে। লাইটৰ পোহৰে কাৰোবাক আমনি দিয়ে। কাৰোবাৰ গোপন প্ৰেমৰ প্ৰতিচ্ছবি লাইটৰ পোহৰে

আনৰ দৃষ্টিত প্ৰতিফলিত কৰে বুলি ভয় কৰে। সেয়ে কোনোবা ভেকা ল'ৰাই লাইটবোৰ ভাঙি দিছে হয়তো। শেহলৈ তাত লাইট লগাবলৈকে কৰ্তৃপক্ষই এৰি দিলে বোধহয়।

তেওঁ গৈ পাপিয়াৰ ঘৰ পালে। সন্তৰ্পণে তেওঁ ভিতৰ ফালৈ সোমাই আহিল। ওপৰ মহলালৈ চাই পঠিয়ালে। কাকো নেদেখিলে। মাত্ৰ গীতৰ সুৰ এচি শুনিলে তেওঁ। ওপৰলৈ উঠি যোৱা চিৰিডালেৰে তেওঁ লাহে লাহে উঠি গ'ল। ভিতৰলৈ সোমাই যোৱা দুৱাৰখনৰ বাহিৰফালে থিয় দি ৰ'ল। পৰ্দা থকা বাবে তেওঁ ভিতৰত কাকো নেদেখিলে। কিন্তু হাৰমনিয়াম বজাই গীত গোৱাহে শুনিলে। সেই কণ্ঠ তেওঁৰ মনত আছে। সেই সুৰদী মাত পাপিয়াৰ। দৰদী গীত গাই আছে পাপিয়াই। সেই গীতটোও তেওঁৰ মনত আছে। সেইটো তেৱেঁই লিখা গীত। গীতটো শেষ হোৱালৈ শুনিবৰ বাবে তেওঁ বাহিৰতে বৈ থাকিল। দুখ-বেদনাবোৰে তেওঁৰ অন্তৰত আকৌ উক্ দিলে। তেওঁ গীতটো শুনি শুনি নিজকে সান্ত্বনা দিব বিচাৰিলে। পাপিয়াই গাইছে—

"মোৰ বীণৰ ছিন্ন তাঁৰ দুডালি
নুঠে দেখোন কঁপি কঁপি—
নাবাজে সুৰ, নবয় তটিনী,
অ' তৰা তই ক'ত লুকালি।....মোৰ বীণৰ....
মোৰ বীণৰ ছিন্ন তাঁৰ দুডালি
দেখি উঠে মোৰ কঁপনি,
বেসুৰা সুৰ নুশুন উঁভতি
অ' তৰা তই ক'ত লুকালি।....মোৰ বীণৰ....
মোৰ বীণৰ ঝংকাৰ
মই নিজেই তোলো,
সেই সুৰ মই নিজেই শুনো।
অ' তৰা তই নুশুন কিয়
মোৰ মনৰ কান্দোন,
ছিগি গ'ল সুৰ—তটিনীৰ বান্ধোন
পৰি ৰ'ল ছিন্ন তাঁৰ দুলালি।
মোৰ বীণৰ...................।"

গীত শেষ হোৱাৰ লগে লগে চলিহাই সোঁহাতখনেৰে পৰ্দাখন ধৰি ভিতৰলৈ মূৰটো আগুৱাই দি পাপিয়াক চাই থাকিল।

হঠাৎ পাপিয়াই সেইফালে চোৰাত মানুহজন দেখি ভীষণ জোৰে চিঞৰি উঠিল।

"আ------ " অজ্ঞান হৈ বিচনাত বাগৰি পৰিল।

তেওঁ "পাপিয়া! পাপিয়া! মই আহিছো পাপিয়া" বুলি ওচৰ চাপি আহি দেখে পাপিয়া অজ্ঞান হৈ পৰিছে। বেদব্রত চলিহাই কিংকৰ্ত্তব্য বিমূঢ় হৈ দৌৰি বাহিৰলৈ যাবলৈ উপক্ৰম হৈছিল। এনেতে নিৰোদ সোমাই আহি আগচি ধৰিলে।

"কোন আপুনি?"

"মই ইন্নাৰেই। পাপিয়াক লগ ধৰিবলৈ আহিছিলো।"

"বাইদেউ দেখোন অজ্ঞান হৈ পৰি আছে।" নিৰোদ পাপিয়াৰ ওচৰলৈ আহি সুধিলে।

"এই মাত্ৰ অজ্ঞান হৈছে।"

"তেন্তে আপুনি পলাই যাব খুজিছিল কিয়?"

"নহয়, মই ডাক্তৰ মাতিবলৈ --- "

"আপুনি চোৰ মই আপোনাক পুলিচত দিম।"

"নহয়, আগেয়ে আমি পাপিয়াক ভাল কৰি তোলো আহা।"

দুয়ো পাপিয়াৰ শুশ্ৰূষাত লাগিল। শুশ্ৰূষা কৰি থাকোঁতে নিৰোদৰ পৰিচয় ললে বেদব্রতে।

তাৰ পিছত নিজৰ পৰিচয় দাঙি ধৰিলে নিৰোদৰ ওচৰত।

নিৰোদৰ মুখখন উজ্জ্বল হৈ উঠিল। সি ক'লে—"গোটেই জীৱনটো আপুনি বাইদেউক দুখ দিলে।"

"তাৰ বাবে মই অনুতপ্ত নিৰোদ।"

তাৰ পিছত আৰু দুই এটা সৰু সুৰা কথা।

পাপিয়াই জ্ঞান পাইছিল। 'কি যেন হৈ গ'ল হঠাতে।' বুলি কথাটো মনত পেলাবলৈ চেষ্টা কৰিলে।

মূৰ শিতানত কোনোবা এজন নীৰৱে বহি থকাৰ উমান পালে। শোৱাৰপৰাই চকু তুলি দেখিলে এজন মানুহ। সুধিলে— "কোন আপুনি?"

"চিনি পোৱা নাই?"

"নাই পোৱা, কিন্তু ক'ৰবাত দেখিছো।"

"মই 'বিদু দা' তোমাৰ।"

"বিদু দা!" পাপিয়া উঠি বহিল।

বেদব্ৰতৰ স্কালে চালে অনিমেষ দৃষ্টিৰে।

দুয়ো চাই থাকিল কেই মুহূৰ্তমান।

তাৰ পিছত বিচনাৰ পৰাই হাত মেলি "বিদু দা" বুলি বেদব্ৰতৰ ডিঙিত সাৱটি ধৰি পাপিয়াই কান্দিলে।

বেদব্ৰত চলিহাৰো দুধাৰি লোতক নিগৰি ওলাই আহিল।

সিহঁত বাহিৰলৈ ওলাই আহি ঘৰৰ চাঁদত বহিল। তাতেই চাহো দি গ'লহি ৰান্ধনিটোৱে।

বহুদিন বিৰতিৰ পিছত লগ পাই পাপিয়াই বেদব্ৰতক দেহ-মনৰ খবৰ সকলো কৈছে। অমিয়পুৰৰ খবৰ, তাইৰ সাংস্কৃতিক পথাৰৰ খবৰ কৈছে।

বেদব্ৰতেও কৈ গৈছে তেওঁৰ অকুলশৰীয়া জীৱনটোৰ কথা।

সিহঁত বহু সময়লৈকে বহিল তাত। ইমানদিন নহাৰ বাবে, পাপিয়াক দুখ দিয়াৰ বাবে, পাপিয়াৰ জীৱনটোৰ বাবে বেদব্ৰত চলিহাই প্ৰকাৰান্তৰে অপৰাধ স্বীকাৰ কৰিলে।

"মোৰ জীৱনতকৈ আপোনাৰ জীৱনৰ কথাহে মই ভাবিছো বেছি।" পাপিয়াই ক'লে।

"নহয় পাপিয়া। মই পুৰুষ। জীৱনৰ বাকী ডোখৰ কাল মই কিবাকৈ কটাই দিব পাৰিম। জীয়াই থাকিবলৈ মোৰ চিন্তা কৰাৰ প্ৰয়োজন নাই।"

"আপুনি আহিছে যেতিয়া, মই একো চিন্তা নকৰোঁ।"

বেদব্ৰত চলিহা উচপ খাই উঠিল পাপিয়াৰ মনৰ ভাব প্ৰকাশ কৰা দেখি। তেৰোঁ ক'লে যে, তেওঁ পুনৰ সোণাপুৰলৈ উভতি যাব, যিহেতু এতিয়া দাম্পত্য জীৱন কটোৱাৰ বয়স আৰু মন একোৱেই নাই। তেওঁ তেনেই বুঢ়া হৈ গৈছে। পাপিয়াৰ দেহৰ ৰূপ-যৌৱন সকলো অটুট আছে। চিন্তা ভাৱনাত যদিও স্বাস্থ্য ভাঙিছে, দুদিন পিছত, কিবা এটি সমাধান হোৱাৰ পিছত হয়তো ঠিক হৈ যাব। তেওঁৰ কিন্তু আৰু পৰিৱৰ্তন নহয়। মাথোন জীৱনৰ বিয়লি বেলিকাত, ওৰেটি জীৱন উচুপি থকা গাভৰুৰ চকুলো মচি দিবলৈ, বেদনাহত অন্তৰ শাঁত পেলাবলৈহে আহিছে। অমিয়পুৰৰ সকলো সম্পত্তি পাপিয়াৰ নামত দিবলৈ ৰাজী হ'ল। সেইখিনিৰে তাই জীৱনৰ বাকী ছোৱা কাল কটাই দিব। নহ'লে যে তেওঁৰ অন্য

উপায় নাই। "কিন্তু মস্যো যে আপোনাৰ বাবে সজাই ৰাখিছো 'বেদব্ৰত স্মৃতি-ভৱন'ত।" হঠাৎ পাপিয়াই কৈ উঠিল।

বেদব্ৰতে স্বীকাৰ কৰিলে। তেওঁ সেই ঘৰ দেখিছে। কিন্তু গ্ৰহণ কৰিব নোৱাৰিব। বৰং পাপিয়াই তেওঁৰ সকলোখিনি সম্পত্তি গ্ৰহণ কৰাটোহে কামনা কৰে।

পাপিয়াই বেদব্ৰত চলিহাক কোনো প্ৰকাৰে মান্তি কৰাব নোৱাৰি ক'লে—"ঠিক আছে। আমি একেলগে নাথাকো। কিন্তু আপুনি 'বেদব্ৰত স্মৃতি-ভৱন'ত থাকক আৰু ইয়াতে থাকিম মই। খুব ওচৰা-উচৰিকৈ থাকিম। বিদু দা!"

"মই নোৱাৰিম পাপিয়া। মোক ক্ষমা কৰিবা। মোক বিদায় দিয়া। মোৰ সকলো সম্পত্তি গ্ৰহণ কৰিম বুলি কোৱা।"

পাপিয়া খঙত জ্বলি উঠিল। তাই বহাৰপৰা থিয় হৈ বেদব্ৰত চলিহাক ককৰ্থনা কৰিব আৰম্ভ কৰিলে।

"তেন্তে কিয় আহিছিল মোৰ ওচৰলৈ? গোটেই জীৱনটো কিয় আপুনি মোক কন্দুৱালে?"

"পাপিয়া!" বেদব্ৰত চলিহা নিথৰ হৈ পৰিল।

"সম্পত্তিৰে আপুনি মোৰ জীৱনৰ মূল্য দিব বিচাৰিছে? আপুনি পুৰুষ হৈ এজনী গাভৰুৰ অন্তৰৰ কান্দোন নুশুনিলে। অশ্ৰু নিগৰি ওলোৱা নীৰৱ নিঃশব্দ জুৰিটি নেদেখিলে।"

"পাপিয়া!" চলিহাৰ অস্ফুট উচ্চাৰণ। পাপিয়াৰ খং দেখি তেওঁ বাক্‌ৰুদ্ধ হৈ পৰিছিল। তেওঁ কঁপিছিল।

পাপিয়াই খং আৰু বেদনাত কান্দি দিছিল।

"আপুনি ওলাই যাওক! আপুনি যাওক! মোৰ ওচৰত নাথাকিব। মোক নাচাব।"

"পাপিয়া! তুমি অবুজ হৈছা কিয়? বেদনা-বিধুৰ তোমাৰ বিদু দা-ৰ কথা বুজিবলৈ চেষ্টা নকৰা কিয়?"

"নাই, নাই মোৰ কোনো নাই বিদু দা। মই অকলশৰীয়া। বানপানীত উটি অহা মই মেটেকাৰ ফুল। আপুনি যাওক। মোৰ লগত আপোনাৰ কোনো কথাই থাকিব নোৱাৰে। মোৰ ভালপোৱা, মোৰ মৰম-চেনেহ যাৰ বাবে সাচি ৰাখিছিলো গোটেই জীৱন, আজি সকলো বিলীন হৈ যাব আকাশৰ নীলাখিনিৰ লগত।" কথাখিনি কৈ ওপৰতে তাই দুবাৰমান ঘূৰি ইফালে সিফালে প'ল।

তাৰ পিছত দৌৰি তললৈ নামি আহি শেষৰ চিৰিটোত থিয় হৈ ওপৰৰ ফালে চাই আকৌ এবাৰ কান্দি উঠিল। শেষত তাই দৌৰি ৰাজআলিত থিয় দিলে।

তাই দৌৰি যোৱা দেখি বেদব্ৰত চলিহা থিৰেবে থাকিব নোৱাৰিলে। তেওঁ 'পাপিয়া', 'পাপিয়া' কৈ চিঞৰি তললৈ নামি আহিল। পাপিয়াক অনুসৰণ কৰিলে।

পাপিয়া দৌৰিছে।

পাছে পাছে বেদব্ৰত চলিহাই পাপিয়াক চিঞৰি চিঞৰি দৌৰিছে।

বেদব্ৰত চলিহাৰ পিছত আৰু দুজন।

নিৰোদ আৰু সঞ্জীৱ। আটায়ে 'পাপিয়া' 'পাপিয়া'কৈ চিঞৰি উৰাউল হৈ পৰিছিল।

গহীন মাজনিশাৰ অমিয়পুৰৰ শান্ত নীৰৱ পৰিবেশ অশান্ত হৈ উঠিছিল—সিহঁতৰ খোজৰ কঁপনিত। সিহঁতৰ চিঞৰত।

পাপিয়াক পাইছিলগৈ এখন দলঙৰ ওপৰত।
তেতিয়া মাথোন দেহটোহে আছে।
বাকী সকলো শেষ।
তিনিজন সুস্থ পুৰুষ পঙ্গু হৈ পৰিল।
নিৰোদে কান্দিলে বাইদেয়েকক হেৰুৱাই।
সঞ্জীৱে কান্দিলে পাপিয়াৰ মৰম হেৰুৱাই।
চলিহাই কান্দিলে জীৱনৰ সৰ্বস্ব হেৰুৱাই।
সিহঁতে কান্দিলে।

